জিলিকিছে খোজ যাৰ সময়ৰ বালিত -

# মহাশ্বেতা নিবেদিতা



শ্ৰীবিদ্যাকান্ত হাজৰিকা,
এম, এ, বি, টি
অৱসৰ প্ৰাপ্ত অধ্যক্ষ
মুক্তি যুজাৰু,
ৰাষ্ট্ৰীয় পুৰস্কাৰপ্ৰাপ্ত শিক্ষক
আমোলাপট্টি, মধুবন
নগাঁও

১ জানুৱাৰী, ১৯৯৩ চন।

*" Jilikishe Khoj Yar Samay Balit— Mahasveta Nivedita" a biography in Assamese written by Bidya Kanta Hazarika, M. A. B. T. Retired Principal, Freedom fighter, Recipient of National Award, Madhuban, Amolapatty, Nagaon ( Assam ) and Published by Amlan-Angshuman Prakasan, Nagaon (Assam) 1993. Pacca Binding Rs — 30·00 only*
*Catcha Binding Rs.— 20·00 only*

---

● প্ৰকাশক — **অম্লান-অংশুমান প্ৰকাশন**
মধুবন, আমোলাপট্টি
ডাক — নগাঁও — ৭৮২০০১
জিলা— নগাঁও ( অসম )

● প্ৰথম প্ৰকাশ— ১ জানুৱাৰী· শুকুৰবাৰ, ১৯৯৩ চন।
১৬ পুহ, শুক্লা অষ্টমী তিথি, ১৩৯৯ চন

● প্ৰচ্ছদ পট — **শ্ৰীপ্ৰণৱ বৰুৱা**

● মূল্য — **পকাবন্ধা— ৩০'০০ টকা**
**কেঁচা বন্ধা — ২০'০০টকা**

মুদ্ৰণ — **অনিমা প্ৰিণ্টিং ওৱাৰ্কছ,**
এ, ডি, পি, ৰোড, খৃষ্টানপট্টি
নগাঁও ( অসম )

# উছৰ্গা

অপনু, বুৰী, শান্তনু, অম্লান, অংশুমান,পুনম; ৰূপাঞ্জলি, অশোক মাইনু, পৰী; পংখী, নুপুৰ, গৌতম, ময়ূৰী, চুমকী, লাতু, ৰিতু; অৰূপ, বেবী, ৰিকু, ৰিমা, দীপু, আইমন, দাদু, পোনা, জুৰি, সঞ্জীব, বুবু, নিতু, গীতম, গৌতমী, মিঠু, শিবানী, মানী, দুৰ্লভ, লক্ষণা, অপৰ্ণা বাবলা, মনিমা, প্ৰীতা, নীলম, ৰাজ, ধীৰাজ, ৰন, নিকি, নিনা, কণ, মুন, গকুলকৃষ্ণ, জিলমিল, উৎপল, দীপম, খুগুৰি, প্ৰাঞ্জল, পল্লৱ, পিমান, পিমি, জোনমণি, মৃগাঙ্ক, জয়ন্ত, প্ৰকাশ, শ্যামকানু, বিতোপন, কৃষ্ণ, বিবী; পাপু, কাকু, ৰক্তিম, শিখা, কাশ্যপ, হিমাশ্ৰী, অনিন্দিতা, দাদুল, বিজু, পুলকানন্দ, প্ৰাঞ্জল, অভিজিৎ, মঞ্জুল, ভৈৰব, পলাশ, মেদিনী, কৌশিক, হেমেন, প্ৰণতি, ৰমেন কল্যাণ, ঝৰণা, অৰুণা, অনন্ত, কেশৱ, শান্তা, মুনমি, পাখী, প্ৰাণজু, তুমন, জুৰিক হঁতৰ হাতত—

মৰমেৰে—

— *বিদ্যাকান্ত* —

# প্ৰতিভাষ।

শ্ৰীমান বিদ্যা কান্ত হাজৰিকা কৃতী শিক্ষক আছিল। শিক্ষকতাৰ মাজৰ সুকুমাৰবোৰ তেওঁ সাহিত্য কৰ্মেৰে জগাই তুলিবলৈ সততে চেষ্টা কৰি আছিল। তেওঁৰ সাহিত্য প্ৰযত্ন কাৰ্য্য, যশঃপ্ৰাৰ্থীৰ কৰ্ম নহয়, শিক্ষাৰ লগত জড়িত। নৈতিকতাই তেওঁৰ সাহিত্য সৃষ্টিৰ প্ৰেৰণা আৰু ফল। 'বোধোদয়' নামেৰে ভগৱান বুদ্ধৰ জীৱন গাথা তেওঁ ৰচনা কৰিছিল ছন্দত। সেইখন সমাদৃত হৈছে। 'সমন্বয়-সেতু-বাজসীৰ' তেওঁৰ ভ্ৰমণ কাহিনী হলেও উপন্যাসৰ দৰেই অন্তৰঙ্গ আৰু চমকপ্ৰদ। তাতো আধ্যাত্মিকতা আৰু নৈতিকতাই হ'ল ঘাই ধৰণী। প্ৰেয় নহয়, শ্ৰেয়হে তেওঁৰ কাম্য। 'ৰত্নাৱলী' নামৰ চিন্তা ভাৱনা সমৃদ্ধ পুথিখন সচায়ে ৰত্নৰ সমষ্টি। সূত্ৰে মণিগণা ইব তেওঁৰ ধ্যান ধাৰণা বিলাক নিজ ব্যক্তিত্বৰ এনাজৰীৰে গুঁথি গৈছে।

এতিয়া স্বামী বিবেকানন্দৰ শিষ্যা ভগিনী নিবেদিতা নামে খ্যাত, জন্মত আইৰিছ আৰু জীৱন আৰু মৃত্যুত ভাৰতীয় মহিয়সী সন্ন্যাসিনীৰ জীৱন কাহিনী প্ৰাঞ্জল ভাষাৰে ৰচনা কৰিছে "মহাশ্বেতা নিবেদিতা" এই নামেৰে। ভগিনী নিবেদিতা সৰস্বতীৰ দৰেই সৰ্বশুক্লা— দেহ, মন, বসন সকলোৰে তেওঁ আছিল শুভ্ৰ, অনাবিল পবিত্ৰ।

প্ৰসাদ গুণেৰে ঐশ্বৰ্য্যশালী এই সুকথিত জীৱন কাহিনীটিয়ে আমাৰ শিশুৰ পৰা বয়সীয়াল সকলো শ্ৰেণীৰ অন্তৰ চুব পাৰিব বুলিয়েই আমাৰ বিশ্বাস।

আধ্যাত্মিকতাত অভিনিবত এই লেখকজনৰ সকলো কৰ্মই মঙ্গল-ফলদায়ী হওক!

গুৱাহাটী — মহেন্দ্ৰকান্ত বৰুৱা।

২২।১।৯৩

# মিনতি বচন।

দেশে যাৰ পৰা বহুত আশা কৰে সেই কিশোৰ কিশোৰী, যুৱক-যুৱতী সকলৰ চকুৰ আগত নিবেদিতাৰ চৰিত্ৰ তেজ জলন্ত আদৰ্শ হৈ থাওক—এই ভাবিয়েই জ্ঞান, কৰ্ম, সাধনাৰে মহিয়সী এই নাৰী গৰাকীৰ জীৱন কাহিনী যুগুত কৰিলোঁ। আয়াৰলেণ্ড-জননী গৰ্ভজাত এগৰাকী প্ৰকৃত ভাৰতীয় নাৰী নিবেদিতা। জগত বৰেণ্য স্বামী বিবেকানন্দৰ মানস-কন্যা। আমাৰ অতি মৰমৰ ভনী নিবেদিতা।

সাহিত্য জগতৰ অজ্ঞাত কুলশীল এই মানুহজনে কিনো লিখিছে চাওঁচোন বুলি যদি দেশৰ কিশোৰ কিশোৰী, যুৱক-যুৱতী সকলে মোৰ কিতাপ খনক, জীৱনী পুথি বুলি নেঠাই, এবাৰ চকু ফুৰায়, মই কৃতাৰ্থ হ'ম। মহৎপুৰুষ মহিয়সী নাৰীৰ জীৱন চৰিত, চৰিত্ৰবল, আত্মশুদ্ধি আৰু দেশপ্ৰেম শিক্ষাৰ অতুলন আহিলা। নিবেদিতাৰ জীৱন জেউতি পৰি দেশৰ তৰুণ তৰুণীৰ যৌৱন জকমকাই উঠক।

গ্ৰন্থপঞ্জীত উল্লেখ কৰা পুথিৰ লিখক সকলৰ ওচৰত মোৰ ঋণ স্বীকাৰ কৰি কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। কবি নৱকান্ত বৰুৱাৰ "প্ৰীতিভাষ" মোৰ প্ৰতি তেওঁৰ মৰমেৰে ভৰা হৃদয় খনিৰ ছবি। মোক উৎসাহিত কৰি তুলিছে। কবিৰ কাষত মই কৃতজ্ঞতাৰ পাশেৰে বন্দী। যশস্বী শিল্পী প্ৰণৱ বৰুৱাই বেটুপাতটি অঙ্কন কৰি দি মোক ঋণী কৰিছে। "কলিয়াবৰ জ্ঞানজ্যোতি চক্ৰ"ৰ সভ্যবৃন্দ, অধ্যাপক উপেন্দ্ৰ বৰকটকী, শ্ৰীগজেন্দ্ৰ মোহন হাজৰিকা আৰু শ্ৰীটঙ্কেশ্বৰ বৰাই সদায় দিয়া উদগনিবোৰ আৰু তেওঁলোকৰ আন্তৰিক স্নেহ মই কেতিয়াও পাহৰিব নোৱাৰোঁ।

কিতাপ খনিৰ ভাল খিনি গ্ৰন্থপঞ্জীত উল্লিখিত পুথিৰ শ্ৰদ্ধাৰ থল লিখক সকলৰ আৰু তাঁৰবীক ভাঁতত লগোৱা সকলৰ। জোট পোট লাগি উভঁহা হোৱা খিনি মোৰ।

অমৃত নন্দিনী নিবেদিতাৰ এই চমু জীৱন কাহিনীটিয়েই নিশ্চয় ছাত্ৰ-ছাত্ৰী সকলৰ হৃদয়ত সঞ্জীৱনী শক্তিৰ সঞ্চাৰ কৰিব বুলি মোৰ দৃঢ় বিশ্বাস। তেওঁৰ আদৰ্শৰ জেউতিয়ে আমাৰ উত্তৰ পুৰুষ সকলৰ গন্তব্য পথ পোহৰাই তোলক!

বিনীত—

—বিদ্যাকান্ত হাজৰিকা
আমোলাপট্টি, মধুবন
১ জানুৱাৰী, শুকুৰবাৰ
১৯৯৩ চন
১৬ পুহ, শুক্লাঅষ্টমী তিথি
১৩৯৯ চন
নগাঁও—৭৮২০০১

পুথিখনিৰ ৰচনা স্থান
আৰু কাল—
হাটবৰ, কলিয়াবৰ
১৯৭৮ চন।

প্ৰকাশৰ পথত : বিশেষ আকৰ্ষণ—
স্বনিৰ্বাচিত গল্প সংকলন।

# "ভাৰতবৰ্ষ মোৰ মৰমৰ আই।"

অৰুণমানি ভনীটী জনীৰ গভীৰ নীলবৰণীয়া চকুজুৰিলৈ ধৰ্ম্মযাজক জন ৰ লাগি চাই আছিল। আকাশৰ তৰাৰ পৰা যেন এফাঁকলি পোহৰ সেই চকু দুটিলৈ নামি আহিছিল।

"কি অপৰূপ! কি সৰগীয় কান্তি! কি পবিত্ৰ!"

ভনীটীৰ চুলি কোছাত মৰমতে আঙুলি বুলাই তেওঁ ক'লে—"আইজনী, তুমি কিমান ভাল! ভাৰতবৰ্ষ বুলি এখন দেশ আছে! বহুত দূৰ! সেই দেশে তোমাক মাতিব! তুমি যাবা! কেৱল সাজু হৈ থাকা!"

কাষতে থকা দেউতাক চেমুৱেললৈ চাই যাজকে ক'লে—"ভাৰতবৰ্ষৰ অতন্দ্ৰ চৈতন্যই মোক এদিন আহ্বান কৰিছিল। মই নগৈ নোৱাৰিলোঁ। সেই আহ্বান তোমাৰ কন্যালৈকো এদিন আহিব। তেতিয়া তেওঁক বাধা নিদিবা। যাবলৈ দিবা।"

ধৰ্ম্মপুৰুষজনৰ ভৱিষ্যত বাণী শুনি চেমুৱেলে বিস্ময় মানিলে। তেওঁ আনন্দত আপোন পাহৰি সুধি পেলালে—

"ভাই, সঁচাকৈয়ে মোৰ কন্যাটীত তুমি কিবা দেখা পাইছা,—মহৎ প্ৰতিভাৰ জ্যোতি?"

যাজকে গম্ভীৰ ভাৱে উত্তৰ দিলে—

"নিশ্চয় দেখিছোঁ। উমান পাইহে আগতীয়াকৈয়ে তোমাৰ কাণ চুৱাই থ'লোঁ।"

তেতিয়া ভনীটী মাৰ্গাৰেটৰ বয়স দহ বছৰ মাথোন। চেমুৱেলৰ অন্তৰঙ্গ বন্ধু ধৰ্ম্মযাজকজন ভাৰতবৰ্ষৰ পৰা ইংলণ্ডলৈ উভতি আহিছে। তেওঁ বিদায় ল'লে। সোণবৰণীয়া চুলি কোছাই আবৰি ধৰা ভনীটীৰ মূৰটিত দেউতাকে চুমাৰে উপচাই পেলালে। বুকুত

সাবটি ধৰি চেনেহতে ক'লে—

"আই ! আই ! ঈশ্বৰে তোক কুশলে থওক ! তই দীৰ্ঘজীৱী হ ! পৃথিৱীৰ বুকুত আঁজলিয়ে আঁজলিযে পোহৰ ছটিয়াই দে ! মোৰ আইজনী।"

শান্তিৰ অমিয়া আৰু প্ৰেমৰ পোহৰেৰে ধৰিত্ৰীৰ বুকুখন উটাই বুৰাই দিয়াটোৱেই চেমুৱেলৰ দৰে ধৰ্ম্মযাজক সকলৰ জীৱনৰ ব্ৰত। তেওঁবিলাকে ভাবে, তেওঁবিলাকৰ সন্তান সকলেও প্ৰেমময় যীশুৰ অমৃতবৰষা বাণীৰে ধৰণীৰ বুকু অমৃতময় কৰি তোলক !

অদ্ভুত দেশ ভাৰতবৰ্ষ ! দেউতাক-ককাদেউতাকৰ মুখত কতদিন শুনিছিল, সেই দেশৰ অলৌকিক কাহিনীবোৰ। সেই দেশৰ ঋষিমুনি সকলৰ অমিতপ্ৰভ আত্মিক শক্তিৰ কি ক্ষমতা ! অৰণ্যৰ হিংসুক সাপ-বাঘ সিংহৰ লগত মৰম চেনেহেৰে একেলগে তেওঁলোকে বাস কৰে ! ৰহস্যঘন সুগোপন ধ্যান গুহাত ধ্যানমগ্ন তপস্বী সকলৰ তপঃশক্তিৰ অসীম প্ৰভাৱত যেতিয়া চাৰিওপাশ পবিত্ৰ হৈ উঠে, তেতিয়া সেই ঠাইত থকা বেং-ভেকুলিৰ পোৱালিহঁতৰ ওপৰত বিষধৰ সৰ্পই ফণা ধৰি ছাঁ দি থাকে।

সেই ভাৰতবৰ্ষৰ পৰা সঁচা-সঁচিকৈযে ভনীটী মাৰ্গাৰেটলৈ এদিন আহ্বান আহিল। তেওঁ স্থিৰেৰে থাকিব নোৱাৰিলে। তেওঁৰ জন্মভূমি আয়াৰলেণ্ড এৰি থৈ সুদূৰ ভাৰতবৰ্ষলৈ গুচি আহিল। শুভ্ৰ সুনিৰ্ম্মল হিমাচল যাৰ শিৰৰ কিৰিতি, গঙ্গা-যমুনা-ব্ৰহ্মপুত্ৰ যাৰ অতুলন কণ্ঠহাৰ, চৰণত যাৰ সুবিশাল সমুদ্ৰৰ নুপুৰ ধ্বনি, যুগে-যুগে অৱতাৰ ধৰা অমৃত পুৰুষ সকলৰ আধ্যাত্ম শক্তিৰ প্ৰভাৱত যাৰ আকাশ বতাহ পৰম পবিত্ৰ হৈ আছে, সেই কল্যাণময়ী জননী ভাৰতবৰ্ষৰ লাবণ্যশ্ৰীত তেওঁ মোহিত হ'ল আৰু ক'লে— "ভাল পাওঁ মোৰ জননী ভাৰতবৰ্ষক, মোৰ দেশ ভাৰতবৰ্ষ, ভাৰতবৰ্ষ মোৰ মৰমৰ আই !"

সাধনভূমি ভাৰতবৰ্ষৰ আধ্যাত্মস্পৰ্শমণিয়ে অমিততেজা আইৰিছ

নন্দিনী মাৰ্গাৰেটক ৰূপান্তৰিত কৰিলে নিবেদিতালৈ। তেওঁৰ জন্মান্তৰৰ সাত্ত্বিক সংস্কাৰৰ স্ফুৰণ হ'ল এই যজ্ঞভূমিৰ বিদ্যুৎ স্পৰ্শত।

স্বামী বিবেকানন্দৰ মানসকন্যা, ভাৰতবাসীৰ অতি মৰমৰ ভনী নিবেদিতা। স্নেহময়ী মাতৃৰ দৰে ভাৰতবাসীৰ কল্যাণৰ নিমিত্তে তেওঁৰ জীৱনৰ সুখ সম্ভোগ সকলো ত্যাগ কৰিলে।

কল্যাণময়ী জননীৰ পিয়ুষে ভৰা তেওঁৰ সাগৰ সদৃশ হৃদয় খনিলৈ কবিগুৰু ৰবীন্দ্ৰ নাথে শ্ৰদ্ধা জনালে—

নিবেদিতা,<br>
তুমি লোকমাতা।

*ধৰ্মপ্ৰাণ-দেশপ্ৰাণ*

## ককাদেউতা জন নবোল।

মাৰ্গাৰেটৰ ককাদেউতাক আছিল জন নবোল। বুঢ়ীমাক মাৰ্গাৰেট এলিজাবেথ নীলাচ। জন নবোলৰ পূৰ্ব্বপুৰুষ গুৰিতে স্কটলেণ্ডৰ মানুহ। অতীতৰ কোনোবা এটা যুগত এই বুনিয়াদী নবোল পৰিয়ালটো আয়াৰলেণ্ডলৈ উঠি আহে। কালক্ৰমত তেওঁলোকে আয়াৰলেণ্ডকে তেওঁবিলাকৰ জন্মভূমি বুলি ভাবিবলৈ ধৰিলে। নিজৰ গুণৰ বশত তেওঁলোকে যথেষ্ট নাম-যশ আৰু প্ৰতিপত্তিও লাভ কৰিবলৈ ধৰিলে। জন নবোল হ'ল আয়াৰলেণ্ডৰ ওয়েচলিয়ান গীৰ্জ্জাৰ প্ৰটেষ্টাণ্ট ধৰ্ম্মযাজক।

ইংলণ্ড বা বৃটেন দেশ বুলিলে আচলতে তিনিখন ৰাজ্যক বুজায়। সেই তিনিখন ৰাজ্য হৈছে—ইংলণ্ড, ওৱেলচ্ আৰু স্কটলেণ্ড; বৃটেনৰ পশ্চিমে থকা ডাঙৰ দ্বীপটোৰ নামেই আয়াৰলেণ্ড। বৃটেন আৰু আয়াৰলেণ্ডক লগ লগাই গ্ৰেট বৃটেন বুলি কোৱা হয়। আমাৰ ভাৰতবৰ্ষৰ দৰেই আয়াৰলেণ্ডখন বহুকাল বৃটেনৰ অধীনত আছিল।

উনৈশ শতিকাৰ তৃতীয় দশকৰ কথা। এই কালছোৱাতে আয়াৰলেণ্ডবাসীয়ে জন্মভূমিৰ স্বাধীনতা-হকে ইংৰাজৰ বিৰুদ্ধে তুমুল বিদ্ৰোহ আৰম্ভ কৰিলে। গোটেই আয়াৰলেণ্ড তোলপাৰ লাগিল। দেশৰ চুকে-কোনে গড়িলা বাহিনী সংগঠিত হ'ল। বিপ্লৱটো নিৰ্ম্মম ভাৱে দমন কৰিবলৈ ইংৰাজ সকল উঠি পৰি লাগিল। আইৰিছ সকলৰ ওপৰত কঠোৰ নিষেধাজ্ঞা জাৰি কৰিলে—

ৰাজদ্ৰোহীয়ে মাটি কিনিব বা বেহাবেপাৰ কৰিব নোৱাৰিব। স্কুলত শিক্ষকতা বা আদালতত জুৰিৰ কাম কৰিব নোৱাৰিব। অস্ত্ৰ-শস্ত্ৰ লৈ বাটত খোজ কাঢ়িব বা ঘোঁৰাত উঠিব নোৱাৰিব। আনকি সৎকাৰৰ নিমিত্তে শ্মশানলৈ মৰা শৱও নিব নোৱাৰা হ'ল।

ইংৰাজ চৰকাৰে কিনো অমানুষিক উপদ্ৰৱকে নকৰিলে। বিদ্ৰোহী আইৰিচ বিলাক কোনো-কোনোক বিনা বিচাৰে চাবুকেৰে কোবাই তেজেৰে ৰাঙলী কৰিলে। কোনোক আকৌ ফাঁচী কাঠত ওলোমাই জীৱ কাঢ়ি নিলে।

কিন্তু মুক্তিকামী আইৰিচ সকল কোনোমতে সৈমান নহ'ল। সেই নৃশংস দমন নীতিয়ে তেওঁবিলাকৰ জ্বলা জুইত ঘিঁউহে ঢালিলে। আয়াৰলেণ্ডৰ গাঁৱে নগৰে বিপ্লৱৰ বহ্নি দুগুণে জ্বলি উঠিবলৈ ধৰিলে।

সেই সময়ত এজন মানুহৰ জুই বৰষা বক্তৃতাই আয়াৰলেণ্ডৰ বুকুত বিজুলিৰ সোঁত বোৱাই দিছিল। হৃদয়ত তেওঁৰ কি অফুৰন্ত দৈৱিক প্ৰেৰণা। দিনে ৰাতিয়ে গাঁৱে-ভূঞে পৰ্ব্বতে-প্ৰান্তৰে অনাই-বনাই ঘূৰি ফুৰি আয়ালেণ্ড বাসীৰ মাজত বিপ্লৱৰ বাণী প্ৰচাৰ কৰিয়েই ফুৰিছিল তেওঁ। তেৰেঁই মাৰ্গাৰেটৰ ককাদেউতাক—ধৰ্ম্মপ্ৰাণ, দেশপ্ৰাণ, জন-নবোল।

জন-নবোলৰ জন্মভূমিক ইংলণ্ডই পৰাধীন কৰি ৰাখিছে। মানুহে মানুহৰ ওপৰত কৰা এনে অন্যায় তেওঁৰ বীৰহৃদয়ে কোনোমতে সহ্য কৰি থাকিব নোৱাৰে। স্বাধীনতা মানুহৰ জন্মস্বত্ব। আত্মসন্মান থকা জাতিৰ হাতৰ পৰা এই অমূল্য সম্পদ কোনো বিদেশী শক্তিয়ে

কাটি দিব নোৱাৰে। জন নবোলৰ ধমনীত জ্বলি উঠিছিল ন্যায় ধৰ্ম্ম আৰু দেশ প্ৰেমৰ অগ্নি শিখা। বিদ্ৰোহী ধৰ্ম্মবীৰ জন নবোলে আত্ম-বিস্মৃত আইৰিচ সকলক জগাই তুলিলে। মুখত অভয় মন্ত্ৰ লৈ তেওঁ তালৈকে গ'ল, য'ত আছে বিপদ অনিবাৰ্য্য, আৰু আছে য'ত ভয়াবহ মৃত্যুৰ শঙ্কা!

বিদেশী শাসন-শোষণত আইৰিচ সকল জুকলা! জন নবোলৰ মুখত মুক্তিৰ অমৃতময় বাণী শুনি তেওঁলোকে প্ৰাণ পাই উঠিল। ঘৰবাৰি এৰি সকলোৱে জাকি মাৰি ওলাল আৰু বিপ্লৱৰ জ্বলা জুইত আত্মহাৰা হৈ জপিয়াই পৰিল। আয়াৰলেণ্ডে ভয়াবহ ৰূপ ধাৰণ কৰিলে। ইংলণ্ডৰ ৰাণীৰ সিংহাসন কঁপি উঠিল।

এই সংকটময় কালছোৱাতে এই দেশখনত আৰু এটা অশান্তিয়ে দেখা দিলে। সেইটো হৈছে, প্ৰটেষ্টাণ্ট আৰু কেথলিক ধৰ্ম্মাৱলম্বী লোকসকলৰ মত বিৰোধ। যদিও জন নবোল আছিল প্ৰটেষ্টাণ্ট ধৰ্ম্মযাজক, তেওঁৰ দৃষ্টি আছিল উদাৰ, হৃদয় আছিল সাগৰৰ দৰে বহল, ভাৱ আছিল আকাশৰ দৰে উচ্চ। দুয়োটা সম্প্ৰদায়কে বুজাই বঝাই তেওঁ এটা গোট কৰিলে আৰু সংগ্ৰামী আইৰিচ সকলৰ শক্তি শতগুণে বঢ়াই তুলিলে।

# বুঢ়ী আই মাৰ্গাৰেট এলিজাবেথ নীলাচ।

স্বাধীনতা সংগ্ৰামৰ অক্লান্ত যোদ্ধা জন-নবোল। চল্লিছ বছৰ বয়সীয়া এজন স্বাস্থ্যবান যুৱক। শৰীৰৰ চালে চকুৰোৱা সুন্দৰ গঠন। বহুত দূৰ বাটকুৰি বাই তেওঁ এদিন ছুপৰীয়া এজন বন্ধুৰ ঘৰত সোমাল। বন্ধুজনৰ লগত মুক্তি আন্দোলনৰ বিষয়ে ভালেমান কথা আলোচনা

কৰিবলৈ আৰম্ভ কৰিলে। এনে সময়তে এগৰাকী গাভৰু ভিতৰৰ পৰা ওলাই আহি তেওঁক সম্ভাষণ জনালে। গাভৰু গৰাকী আছিল বৰ ৰূপহী। তেওঁৰ অতুলনীয় ৰূপত জন মুগ্ধ হ'ল।

"তোমাৰ নাম কি ?" জনে গাভৰুক সুধিলে।

"মোৰ নাম মাৰ্গাৰেট এ'লজাবেথ নীলাচ। আপোনাৰ নাম জানিব পাৰিম জানো ?" এলিজাবেথে জনক সুধিলে।

"নিশ্চয় পাৰিবা। মোৰ নাম জন নবোল।"

এয়ে প্ৰথম চিনাকী। ইয়াৰ পিছত দিনে-দিনে তেওঁলোক দুয়োৰে মাজত মৰম প্ৰীতি বাঢ়িবলৈ ধৰিলে। উভয়ৰে উভয়ৰ প্ৰতি আকৰ্ষণ গভীৰ হৈ আহিল। কিছু দিনৰ মূৰত দুয়োৰে মাজত স্বাভাৱিক ভাৱেই বিয়াৰ প্ৰস্তাৱ হ'ল।

পিছে ইয়াতো কিলিংখা এটা বাৰুকৈয়ে লাগিল। ডেকা ল'ৰা, গাভৰু ছোৱালীৰ মনে মনে মিলিল বুলিয়েইনো সিহঁতৰ বিয়া পাতি দিব পাৰি জানো ? জন এটা সাধাৰণ ধৰ্ম্মযাজক। তাতে আকৌ ৰাজদ্ৰোহী। সি কোন দিনা বন্দী হৈ ইংৰাজৰ ফাটকত সোমাই থাকিবগৈ লগীয়া হয় তাৰ থিক নাই। এই হেন ছোৱালীটী তাৰ হাতত গতাই দি তাইৰ মূৰ খাব নোৱাৰি। এই বুলি এলিজাবেথৰ ইষ্টকুটুম্ব সকলোবোৰে বিয়াখন ভাঙিবলৈ উঠি পৰি লাগিল !

কিন্তু জন নবোল আৰু এলিজাবেথ নীলাচক এই বাদ প্ৰতিবাদবোৰে অকণো টলাব নোৱাৰিলে। তেওঁলোক এদিন গীৰ্জ্জালৈ গৈ ধৰ্ম্মমতে বিয়াখন পাতি সংসাৰ যাত্ৰা আৰম্ভ কৰিলে। সুখ শান্তিৰ মাজেৰেই তেওঁলোকৰ দাম্পত্য জীৱন অতিবাহিত হ'বলৈ ধৰিলে।

মানুহৰ দিন সদায় একেভাৱেই নাযায়। তেওঁলোকৰ প্ৰথম ল'ৰাটিৰ ষোল বছৰ বয়স হওঁতেই জনৰ মৃত্যু হ'ল। এলিজাবেথৰ বয়স তেতিয়া হৈছিল পঁয়ত্ৰিশ বছৰ মাথোন। বিধবা এলিজাবেথৰ মূৰত সংসাৰৰ দুৰ্ব্বহ বোজা ভাগি পৰিল। ষোল বছৰীয়া ল'ৰাটিকে কণাৰ লাখুটি কৰি ল'বলৈ তেওঁ বাধ্য হ'ল। মাউৰা এমাডিয়া

ল'ৰা-ছোৱালী কেইটিৰ মুখত আহাৰ দিবলৈ তেওঁ কঠোৰ পৰিশ্ৰম কৰিবলৈ ধৰিলে।

# চেমুৱেল আৰু মেৰী।

স্বৰ্গীয় জন-নবোল আৰু মাৰ্গাৰেট এলিজাবেথ নীলাচৰ চতুৰ্থ সন্তান আছিল চেমুৱেল ৰিচমণ্ড। তেওঁ বৰ চোকা বুদ্ধিৰ ল'ৰা আছিল। ডাঙৰ হোৱাৰ লগে লগে ঘৰখনৰ অভাৱ অনাটনৰ কথা ভালকৈ বুজি পালে। ভাইটি-ভনীটিহঁতৰ শুকান মুখ কেইখনলৈ চাই তেওঁ অন্তৰত বৰ বেজাৰ পাবলৈ ধৰিলে।

এলিজাবেথৰ দেউতাক আছিল কাপোৰৰ ব্যৱসায়ী। চেমুৱেলে ককাদেউতাকৰ লগতে ব্যৱসায় কৰি দুপয়ছা আৰ্জিবলৈ বুলি পাতিলে। এদিন চেমুৱেলে থোকাথুকি মাতেৰে মাকক ক'লে—

"আই, মই ককাদেউতাৰ লগত কাপোৰৰ ব্যৱসায় কৰি টকা ঘটিম। তেতিয়া ভাইটি-ভনীটিহঁতে পেট ভৰাই খাব পাৰিব। মোক যাবলৈ দিয়া, আই?"

চেমুৱেলে মাক আৰু ভাইটি-ভনীটী হ'তৰ পৰা বিদায় ল'লে। তেওঁৰ দুগালেদি দুধাৰ চকুলো বৈ আছিল। এলিজাবেথেও ৰ'ব নোৱাৰি কান্দি পেলালে। পুতেকৰ মূৰটো বুকুত সুমুৱাই লৈ উচুপি উচুপি ক'লে—

"যা বাছা, সঙ্কুৰে পৰা নিজৰ ভৰিত থিয় হ'বলৈ শিক।"

চেমুৱেল ককাদেউতাকৰ ঘৰ পালেহি আৰু ব্যৱসায়ৰ সকলো কথা খুঁটি মাৰি শিকিবলৈ ধৰিলে। তেওঁ আছিল বৰ চতুৰ আৰু খুব পৰিশ্ৰমী। অতি কম দিনৰ ভিতৰতে ককাদেউতাকৰ সোঁ হাত হৈ পৰিল।

কিন্তু ককাদেউতাকৰ কাৰবাৰত সদায় ঘটি থকা এটা কথাৰ কাৰণেহে চেমুৱেলৰ মনত সদায় দুখ আছিল। নীতিপৰায়ণ, সদাচাৰী, আৰু ধৰ্ম্মপ্ৰাণ পৰিয়াল এটাত জন্মগ্ৰহণ কৰি তেওঁ ডাঙৰ দীঘল হৈছিল। তেওঁৰ চকুৰ আগতে ককাদেউতাকে ফাঁকি-ফুকা ঠগ প্ৰবঞ্চনা কৰি যথেষ্ট ধন উপাৰ্জ্জন কৰে। দৰাচলতে যিমানখিনি লাভ কৰা উচিত, তাতকৈ বহুতগুণে বেছি লাভ কৰি অতি সোনকালে চহকী হ'বলৈ তেওঁৰ সদায় চেষ্টা। ককাদেউতাকৰ ধন ঘটাৰ এনে অসৎ উপায় আৰু মানুহৰ প্ৰতি কৰা তেওঁৰ কুৎচিত আচৰণবোৰ সদায় দেখি কোমল মনৰ চেমুৱেল বিবেক দংশনত কাতৰ হৈ উঠিল। এদিন মাকৰ ওচৰলৈ গৈ গোটেই-বোৰ কথা বিবৰি দুখ কৰিলে আৰু ক'লে—

"আই, মই আৰু ককাদেউতাৰ তালৈ নাযাঁও। তেনে ব্যৱসায় মই কোনোমতে কৰিব নোৱাৰোঁ। মই অন্য উপায়েৰে থিয় হ'বলৈ চেষ্টা কৰিম।"

এলিজাবেথে পুতেকৰ অন্তৰৰ কথা বঢ়িয়াকৈ বুজি পাইছিল। কিন্তু উপায় যে নাই! সি দুপয়ছা আনি দিছে বুলিয়েই ল'ৰা-ছোৱালী কেইটিৰ মুখত এমুঠি আহাৰ দিব পাৰিছে। তেওঁ বুজালে—
"বাছা, সেই চাকৰি এৰিলে আমি কি খাই জীয়াই থাকিম? ভায়েৰ ভনীয়েৰহঁতৰ মুখলৈ চা, মোৰ মুখলৈ চা। তই যা, বাছা? ককাদেউতাৰে আমাক আহাৰ দিছে। তেওঁৰ ওপৰত অসন্তুষ্ট নহ'বি, সোণ!"

চেমুৱেলে মাকৰ কথা পেলাব নোৱাৰিলে। আকৌ ককাদেউতাকৰ কাষলৈ উভতিল।

বছৰৰ পিছত বছৰ বাগৰি গৈ আছে। চেমুৱেল লাহে লাহে ডেকা হ'ল। সুন্দৰ সুঠাম শৰীৰ। লোহোৰা লোহোৰ নিপোটল হাত ভৰি। বহল সুশ্ৰী বুকু। তিৰবিৰাই থকা উজ্জ্বল বুদ্ধিদীপ্ত চকুজুৰি।

লাহে লাহে স্বাধীনভাৱে সুকীয়াকৈ তেওঁ ব্যৱসায় আৰম্ভ কৰিলে। এদিন তেওঁ ঘৰলৈ মাকৰ কাষলৈ আহিছিল। ভিতৰলৈ

সোমাই গৈ দেখিলে, মাকৰ ওচৰতে বহি এগৰাকী ধুনীয়া গাভৰু ছোৱালীয়ে কিবা কিতাপ এখন পঢ়ি শুনাই আছে। চেমুৱেল ঘৰ সোমোৱাৰ লগে লগে ছোৱালীজনী তেওঁলোকৰ চুবুৰিতে থকা ঘৰলৈ "মই যাওঁ দেই" বুলি মাত লগাই বেগা-বেগিকৈ গুচি গ'ল।

সেই যুৱতী গৰাকীৰ নাম আছিল মেৰী হেমিল্টন। এলিজাবেথক মেৰীয়ে বৰ ভাল পায়। এলিজাবেথেও মেৰীক নিজৰ ছোৱালীৰ নিচিনাকৈয়ে মৰম কৰে। দিন পুৰণি হোৱাৰ লগে লগে মেৰীক নিচেই আপোন কৰি ল'বলৈ তেওঁৰ ইচ্ছা হ'ল। তেওঁ মনতে পাঙিলে, মেৰীক চেমুৱেললৈ বিয়া কৰাই তেওঁৰ বোৱাৰী কৰি ল'ব। সিহঁত দুয়োটাও বেছ মিলিব।

লাহে লাহে একেবাৰে থিৰাং কৰি সকলো যা-যোগাৰ কৰি পেলালে। মেৰী আৰু চেমুৱেলৰ সুন্দৰ ভাৱে বিয়া হৈ গ'ল।

## এটী কন্যা সন্তান

ব্যৱসায়ত চেমুৱেলে ভাল উপাৰ্জ্জন কৰিছিল। সুখ-স্বচ্ছন্দভাৱে তেওঁলোকৰ বিবাহিত জীৱন আনন্দমুখৰ হৈ উঠিছিল। কিন্তু এই সুখৰ জীৱনে চেমুৱেলক নুসুঁজিলে। তেওঁ দেশ-প্ৰাণ জন-নবোলৰ পুত্ৰ। দেশৰ চাৰিওফালে মানুহে যাতনাত চট্‌ফটাই মৰিব, আৰু তেওঁ সুখ ভোগত আপোন পাহৰা হৈ থাকিব? এনে কেতিয়াও হ'ব নোৱাৰে। স্বৰ্গগত পিতৃৰ বিদ্ৰোহী আত্মাই যেন তেওঁক সঁকীয়াই দিলে। তেওঁৰ মনে প্ৰাণে কৈ উঠিল—

এই সুখ-সম্ভোগৰ জীৱন মোৰ কেতিয়াও হ'ব নোৱাৰে। স্বৰ্গীয় দেউতাকৰ দৰেই দেশৰ সেৱাত তেওঁলোকৰ জীৱন আহুতি দিব লাগিব। মেৰী হেমিল্টনৰ দেউতাকো আছিল আয়াৰলেণ্ডৰ এজন

বিখ্যাত দেশপ্রেমিক বীৰ ।

চেমুৱেলে তেওঁৰ ব্যৱসায়ৰ সকলো বিক্ৰী কৰি দি পৰিষ্কাৰ হ'ল । সুযোগ্যা পত্নী মেৰীক লগত লৈ উত্তৰ আয়াৰলেণ্ডৰ টাইৰণ অঞ্চলৰ ডানগানন চহৰলৈ গুচি আহিল । তেওঁলোকৰ সৰু সংসাৰখনিৰ আৱশ্যকীয় সকলোখিনি বস্তু বেহানি এপদ-দুপদ কৈ যতনাই ল'লেহি ।

ডানগানন চহৰত কিছুদিন পাৰ হৈ যোৱাৰ পিছতে মেৰী সন্তান সম্ভৱা হ'ল । মাতৃত্বৰ এটি অব্যক্ত আনন্দেৰে তেওঁৰ অন্তৰ উপচি পৰিল । নৱ-দম্পতী চেমুৱেল-মেৰীৰ মনত অলপ ভয় লগাটোও সেই সময়ত স্বাভাৱিক । তেওঁলোকে মঙ্গলময় পৰমেশ্বৰৰ চৰণত প্ৰাৰ্থনা কৰিলে—

"হে প্ৰভু ! তুমি কল্যাণময়, শিশুটিক নিৰাপদে পৃথিৱীলৈ আহিবলৈ দিয়া । তাক তোমাৰ চৰণতেই নিবেদন কৰিম । সকলো তোমাৰেই প্ৰভু !"

তেওঁলোকে সেই শুভদিনটোলৈ উৎকণ্ঠাৰে অপেক্ষা কৰিলে । ১৮৬৭ খ্ৰীষ্টাব্দৰ অক্টোবৰ মাহৰ আঠাইশ তাৰিখ । সেইদিনা এছাটি অপূৰ্ব্ব পোহৰে চেমুৱেলৰ কুটীৰটি উজ্জ্বলাই তুলিলে । এটি কন্যা শিশুৰ জন্ম হ'ল । আত্মীয় কুটুম্ব ওচৰ চুবুৰীয়াৰে চেমুৱেলৰ চ'ৰা ভৰি পৰিল । সাধাৰণতে ন-বোৱাৰীৰ প্ৰথম সন্তানটি জন্ম হ'লে যেনে ভাৱে সকলোটি আনন্দত উকলিকৃত হৈ উঠে, ঠিক তেনে ভাৱেই তেওঁলোকেও সেইদিনা চেমুৱেলৰ ঘৰলৈ আহি উলহ-মালহ কৰিলে । তেওঁলোকে সেইদিনা ভাবিব পৰা নাছিল, চেমুৱেল বিচমণ্ডৰ ঘৰত ওপজা এই শিশুটিয়ে এদিন পৰাধীন ভাৰতৰ কোটি কোটি জনগণৰ কল্যাণৰ কাৰণে আত্মোৎসৰ্গ কৰিব । শিক্ষাৰ পোহৰৰ পৰা বঞ্চিতা, কুসংস্কাৰৰ এন্ধাৰে আবৰি ৰখা ভাৰতীয় নাৰীৰ মুক্তিৰ অৰ্থে কঠোৰ পৰিশ্ৰম কৰিব । হিন্দু ধৰ্ম্মৰ চিৰ উদাৰ, চিৰক্ষমাশীল, চিৰসহিষ্ণু সুবিশাল মহাসাগৰৰ বুকুত ডুব দি আত্ম প্ৰসাদ লাভ কৰিব । বেদান্তৰ জ্যোতিৰে সন্দেহ আৰু প্ৰমাদৰ সকলো এন্ধাৰ ধুই মচি নিৰ্ম্মল হৈ

পৰিব ।

ভাবি চিন্তি ছোৱালীটীৰ নাম ৰখা হ'ল তেওঁৰ বুঢ়ী আইতাকৰ নামৰ লগত মিলাই, মাৰ্গাৰেট এলিজাবেথ নবোল। মাৰ্গাৰেট মাতৃগৰ্ভত থাকোঁতেই মাক দেউতাকে তেওঁক ভগৱানৰ চৰণত নিবেদন কৰিছিল। বীৰভক্ত স্বামী বিবেকানন্দই তেওঁক ব্ৰহ্মচৰ্য্যত দীক্ষা দি নবজন্ম দিলে আৰু নাম থ'লে নিবেদিতা।

শিশু মাৰ্গাৰেটৰ নাম কৰণ উৎসৱৰ দিনা এটা ঘটনা ঘটিল। তেওঁলোকৰ চাকৰণী এজনীয়ে কোনেও গম নোপোৱাকৈ শিশুটিক কেথলিক গীৰ্জ্জা এটালৈ লৈ গ'ল। সেই গীৰ্জ্জাতে শিশু মাৰ্গাৰেটক কেথলিক নিয়মানুসাৰে বেপ্‌টাইজ কৰাই লৈ আহিল। কেথলিক আৰু প্ৰটেষ্টাণ্ট সকলৰ মত বিৰোধৰ কথা জগতে জানে। ইফালে মাৰ্গাৰেটৰ দেউতাক আছিল উত্তৰ আয়াৰলেণ্ডত থকা প্ৰটেষ্টাণ্ট ওৱেছলিয়ান গীৰ্জ্জাৰ পুৰোহিত। অহম্মক চাকৰণী জনীয়ে কৰা কাণ্ডটোৰ কথা গোটেই খনতে ফুচ্ ফুচ্ ফাচ্ ফাচ্ কৈ ওলাই পৰিল। চেমুৱেলৰ ইষ্ট কুটুম্ব সকলোটিয়ে তাজ্জ্ব্ প মানিলে। তাইৰ ওপৰত আটাইবে খং উঠিল। হুলস্থুল কৰিলেও কথাটো সদৰী হৈ পৰিব। আত্মসন্মান বচাই ঘৰে পৰে সকলোটিয়ে কথাটো থাপে গোপে লুকুৱাই থ'লে।

চাকৰণী জনী কিন্তু নিৰ্ব্বিকাৰ। তাই যেন দেশত নোহোৱা নোপোজা একো কাম কৰা নাই! কেচুৱাটো বুকুত আলফুলকৈ সাবটি ধৰি তাই ভিতৰ সোমাল।

## আয়াৰলেণ্ডৰ মুক্তি সংগ্ৰামত চেমুৱেল আৰু মেৰী

দেউতাকৰ দৰে দেশসেৱা আৰু জনসেৱাৰ প্ৰেৰণাই চেমুৱেলক

উদ্বিগ্ন কৰি তুলিলে। তেওঁ ভাবিলে, জন্মভূমিৰ মুক্তিৰ অৰ্থে ইংলণ্ডলৈ গৈ তাৰ জনসাধাৰণৰ মাজত প্ৰচাৰ কাৰ্য্য চলাব। তেঁওলোকৰ অন্তৰত আয়াৰলেণ্ডৰ প্ৰতি সহানুভূতিৰ ভাৱ জগাই তুলিব।

চন্দ্ৰকলাৰ দৰে একলা ঢুকলাকৈ বাঢ়ি আহিছিল শিশু মাৰ্গাৰেট। তেতিয়া তেওঁৰ এবছৰ পুৰ হৈছিল মাথোন। অকণমানি শিশুটিক লগত লৈ তেওঁলোকে দেশ সেৱাৰ ব্ৰতত একান্ত ভাৱে ব্ৰতী হোৱাটো সম্ভৱ নহ'ব। তাৰ লগত লাগি থাকোঁতেই তেওঁলোকৰ মূল্যবান সময়খিনি পাৰ হৈ যাব। আকৌ ইংলণ্ডত গৈ তেওঁলোকে কেনে ধৰণৰ জীৱনৰ বা সন্মুখীন হ'ব লগা হয় তাৰো থিক নাই। হয়তোবা অশেষ দুখ দাৰিদ্ৰ্যও ভোগিব লগা হ'ব পাৰে। সাতে পাঁচে ভাবি গুণি মাৰ্গা-ৰেটক বুঢ়ী মাকৰ হাতত্ে গতাই দি যাবলৈ থিৰাং কৰিলে। সেয়ে হ'ল।

ইংলণ্ডৰ কয়লা খনিৰ অঞ্চল মাঞ্চেষ্টাৰ। চেমুৱেল আৰু মেৰী সেইখিনি পালেগৈ। তাত মজদুৰ সকলৰ মাজত ধৰ্ম্ম যাজক হিচাপে ধৰ্ম্ম আৰু দেশ সেৱাত আত্মনিয়োগ কৰিলেগৈ।

মাঞ্চেষ্টাৰত থকা দৰিদ্ৰ জন সাধাৰণৰ চকুৰ আগত ভগবানৰ প্ৰতি প্ৰেমেৰে ভৰা জীৱনৰ ছবি ডাঙি ধৰিলে। দুয়ো গীৰ্জ্জাৰ উপাসনা, যীশুৰ বাণী প্ৰচাৰ আৰু দেশৰ মঙ্গল চিন্তাত পুৱাৰ পৰা গধূলিলৈ অকণো সুকণ্ডা নোহোৱাকৈ ব্যস্ত হৈ পৰিল। বন্ধুবৰ্গৰ সৈতে প্ৰতি সপ্তাহৰ এটা সন্ধিয়াত এঠোখনি অধ্যয়ন চক্ৰ বহুৱালে। বিশেষ ভাৱে অধ্যয়ন থকা প্ৰত্যেকজন সভ্যাই দেশৰ কথা আৰু ধৰ্ম্ম আলো-চনাৰে চক্ৰটি সজীৱ কৰি তুলিলে।

দেউতাকৰ দৰেই চেমুৱেল আছিল এজন সুনিপুণ বক্তা। তেওঁৰ মধুক্ষৰী ভাষণ আৰু প্ৰত্যয় সঞ্চাৰী একোটাহ'ত কথাই মানুহক তেওঁৰ ওচৰলৈ টানি আনিছিল। এই পাণ্ডিত্যপূৰ্ণ, জন সাধাৰণৰ বুকুত বিদ্যুতৰ সোঁত বোৱাই দিব পৰা বক্তৃতাবোৰ সজাই পৰাই লওঁতে তেওঁৰ সুযোগ্যা পত্নী মেৰী হেমিল্টনে কিতাপ পত্ৰ পঢ়ি যথেষ্ট সহায়

কৰিছিল। চেম্বৰেলে এহাতে যীশুৰ অমিয়াবাণী প্ৰচাৰ কৰিছিল, আন-হাতে আয়াৰলেণ্ডৰ মুক্তি সংগ্ৰামক সমৰ্থন জনাবলৈ ইংলণ্ডৰ জনসাধাৰণৰ অন্তৰ জয় কৰাৰ মহৎ প্ৰচেষ্টা চলাইছিল। ছেদ ভেদ নোহোৱা কৰ্ত্তব্যৰ চাকনৈয়াত তেওঁ বাকৈকয়ে সোমাই পৰিল। নিজৰ স্বাস্থ্য আৰু সংসাৰৰ প্ৰতি ঘূৰি চাবৰ অকণো অৱসৰ নোহোৱা হ'ল। অভাৱ অনা-টনত সংসাৰ অচল হৈ উঠিল। কঠোৰ পৰিশ্ৰমৰ কাৰণে তেওঁৰ হৃদযন্ত্ৰ দুৰ্ব্বল হৈ পৰিল। তিনিবছৰৰ মূৰত মাঞ্চেষ্টাৰৰ পৰা গুচি আহিবলৈ বাধ্য হ'ল।

# অকনমানী ভনীটী জনা

ইফালে অকণমানী মাৰ্গাৰেটক বুঢ়ীমাকে আতৌ-পুতৌ কৰি ডাঙৰ-দীঘল কৰিবলৈ ধৰিলে। তেওঁ চাৰি বছৰ বয়সত ভৰি দিলে। মাক-দেউতাক ওচৰত নাই। বুঢ়ী আইতাৰ আলাসৰ লাডু মাৰ্গাৰেট। মাক দেউতাকৰ কথা ওলালে তেওঁ একো নামাতে, তেওঁৰ ঘৰ অভিমান, ঢেৰ ঠেহ পেছ! অকণমানতে বেজাৰ লাগে, ফেঁকুৰি আহে!

সযতনে সজাই পৰাই তোলা বুঢ়ী আইৰ ফুলনিখনত ফুলবোৰ ফুলিছিল জকমকাই। জাকে জাকে পখিলাবোৰ উৰি বাগিছাখনৰ জেউতি চৰাইছিল! অকণমানী ভনীটীজনীয়েও পখিলাহঁতৰ পাছে পাছে খেদি ফুৰে। লাহিকৈ আধানমানি দেহাটিৰে তেওঁ ও যেন এটি পখিলা, এপাহি ফুল। মাজে মাজে খন্তেক বৈ থৰ লাগি চাই থাকে পখিলা জাকলৈ। তেতিয়া তেওঁ কোনোবা সপোন ৰাজ্যলৈ উৰা মাৰে।

গছলতা ফুল পশু পখিৰ লগত তেওঁ সখি পাতে! সিহঁতৰ

জগতে অকলে অকলে তেওঁৰ কতনো কথা ! লিলি ফুল পাহৰ পাপৰি বোৰ লাহে লাহে মেল খাই যায়। বিয়লি বেলিকা ব্লু-বেল বোৰে বতাহৰ থোকোচাত কেনেকৈ দোলন খেলে !

পশ্চিম আকাশত চকাটি ধীৰে ধীৰে ডুব যায়। সাঁজ লাগি ভাগে। গধূলিৰ লগে লগে বুঢ়ী আই জুহালৰ গুৰিত বহে। তেওঁৰ মূৰত ধক্ ধক্ কৰে শুকুলা বৰণৰ পকা চুলি কোছা। তেওঁৰ প্ৰশান্ত গম্ভীৰ মুখখনিত আনন্দৰ জেউতি। জুইৰ পোহৰে তেওঁৰ মুখ মণ্ডলত থকা বয়সৰ আঁকবোৰ জিলিকাই তুলিছে ! মাৰ্গাৰেটৰ চকুত আইতা যেন সপোন— পুৰীৰ কোনোবা ! তেওঁ অবাক হৈ চাই থাকে সেই মৰমসনা মুখখনিলৈ। আইতাক সকলোৱে ভাল পায়। তেওঁৰ ওচৰলৈ এজন দুজনকৈ গধূলি-লৈকে মানুহবোৰ আহি থাকে।

জুহালৰ গুৰিত আইতাই ধুনীয়া ধুনীয়া সাধুকথাবোৰ কয়। সপোন পুৰীৰ সাধু, ৰূপকোঁৱৰৰ সাধু, বাইবেলৰ সাধু। আৰু যে কিমানবোৰ সাধুকথা। তাতোকৈ আইতাৰ মুখত শুনি ভাল লাগে দেশপ্ৰেমিক স্বৰ্গীয় ককাদেউতাৰ কথা। দেশৰ সেৱাৰে ভৰা তেওঁৰ জীৱনৰ শৰীৰ শিঁয়ৰি উঠা কাহিনীবোৰ। ভনীটী মাৰ্গাৰেটে আইতাকৰ মুখলৈ আচৰিত হৈ চাই শুনি থাকে। কেতিয়াবা উচপখাই উঠি আইতাকক সাবটি ধৰে।

ভনীটীজনীৰ হেপাহ নপলায। আইতাকক প্ৰশ্নৰ উপৰি প্ৰশ্ন কৰি বিমোৰত পেলাই দিয়ে।

"আইতা, এই জুইবোৰ ক'ৰ পৰা আহিল ? কোঁৱাচোন কোঁৱা আইতা !" আইতাকৰ গাত ধৰি জোকাৰি দি সোধে।

"সৰগৰ পৰা, ক'লোঁ।" আইতাই উত্তৰ দিয়ে।

কৌতূহলেৰে ভৰা প্ৰশ্নবোৰৰ সজাই পৰাই হ'লেও উত্তৰ দিলেহে নাতিনীয়েক ক্ষান্ত হয়। কেতিয়াবা ক্ষন্তেকমানো নাতিনীয়েক আঁতৰি গ'লে সেইকণ পৰেই তেওঁৰ নাযায় সুপুৰায়। বুঢ়ী আইৰ তেওঁ চকুৰ

মণি, বুকুৰ কলিজা।

অনাই-বনাই ঘূৰি ফুৰি বাংচালী ভনীটী মার্গাৰেটে ভাগৰি জুগৰি ডাক্তৰ জৰ্জ দদাইদেউৰ কোলাত শুই পৰিছিলহি। তেওঁ ও মৰমতে পমি গৈ আলফুলকৈ মূৰে গায়ে হাত ফুৰাই দিয়ে।

"মোৰ পখিলাটী, আঁজলীজনী, বাউলীজনী" বুলি চুমাৰ ওপৰতে চুমা দি শুৱাই দিয়ে। সাৰ পাই উঠি দদাইদেউক "সাধু এটা কোঁৱা, সাধু এটা কোঁৱা বুলি তন্ধৰণি হেকৰায়। দদাইদেৱেও জানো নোকোৱাকৈ থাকিব পাৰিব? কৈ পেলায়, কোনোবা দিকচৌ বনৰ ৰূপ কোঁৱৰৰ সাধু এটা।

ৰং বিৰঙৰ ছবি থকা আইতাৰ বাইবেল খন টেবুলত আছিল। লুটিয়াই বগৰাই ছবিবোৰ চাই চাই আইতাক প্ৰশ্ন সুধি হাইৰাণ কৰে। লগে লগে আখৰ বোৰো দেখোন কেইদিনমানতে বাইবেল খনৰ পৰাই শিকি পেলালে।

চাৰি বছৰীয়া তিৎপখিলী মার্গাৰেটে এদিন আইতাৰ ফুলনি খনত মুকলি মনৰে ল'ৰি ধাপৰি খেলি আছিল।

"আইজনী, মার্গো, ম্যাকণ"— কোনে মাতিছে? ঘূৰি চায় দেখোন দেউতাক। খিছিক কৰে হঁহি মাৰি "দেউতা! দেউতা!" বুলি সাবটি ধৰিলেগৈ চেমুৱেল ৰিচমণ্ডক। চেমুৱেলে আকোৱালি ধৰি মূৰে গায়ে হাত ফুৰাই ক'লে—

"যাবি আই, মোৰ লগত যাবি?"

মার্গাৰেট মনে মনে থাকিল। হাতত ধৰি দেউতাকক আইতাকৰ কাষলৈ লৈ গ'ল।

আইতাকৰ বুকুৰ জীউ মার্গাৰেট। তথাপি তেওঁক দেউতাকৰ লগত যাবলৈ ক'লে। মার্গাৰেটে আইতাকৰ কোলাত মুৰটো গুজি উচুপিবলৈ ধৰিলে। আইতাকে খুব বুজালে। দেউতাকেও টুটুৱাই টুটুৱাই ফুচুলালে

"আইটো, তুমি ইয়াত অকলে আছা। আমাৰ ঘৰত তোমাৰ অকণমানী ভনীটী জনী আছে। তেওঁৰ লগত খেলিবা। মৰম কৰিবা।

কিমান মজা কথা। ব'লা মা জনী।"

মাৰ্গাৰেটৰ দুখাৰি চকুলো সৰসৰকৈ বাগৰি আহিছিল। আইতাৰ আৰু মৰ্জ দদাইদেউৰ মৰমৰ সোৱাদ থিতাতে কেনেকৈনো পাহৰে। ফুলনি দৰাৰ ফুলবোৰেও, জাকি মাৰি উৰি আহি পখিলাবোৰেও যেন তেওঁক কাণে কাণে কৈ গৈছিল--

"ভনীটী, তুমি নাযাবা, তুমি নাযাবা !"

# বুঢ়ী আইতাৰ মৃত্যু

ওল্ডহামত থকা মাক মেৰী হেমিল্টন আৰু ভনীয়েক মেৰী কাষলৈ মাৰ্গাৰেটক দেউতাকে লৈ আহিল।

মাৰ্গাৰেট আহি পায়েই ভনীয়েক মেৰ লগত খেলিবলৈ আৰম্ভ কৰি দিলে। মাজে মাজে ভনীটী জনীয়ে ৰাউচি জুৰি কান্দে। মাৰ্গাৰেটে আমনি পায়।

"এই ভনীটীজনী যে কি আচৰিত ? কেনেকৈ দেখোন চিঞৰি কান্দে ?"

দুয়ো ওচৰৰে পঢ়াশালী খনলৈ যায়। তেওঁলোকৰ ঘৰত বৰ মৰমীয়াল লগুৱা এটাও আছিল। সি ভাও-ভঙটি দি, মুখ খনৰ সাতটা মান ভাঁজ কৰি, সজাই পৰাই ভূত প্ৰেতৰ সাধু কথা কোৱাত বৰ পটু। মাৰ্গাৰেটে তাক কুছুলিয়াই কুছুলিয়াই ভূতৰ সাধু ক'বলৈ কয়। সি ক'বলৈ আৰম্ভ কৰিলেই ভয়ত পেপুৱা লাগে। ক'বলৈ এৰিলেই আকৌ তাক চুক্চুকাই চুক্চুকাই কোৱায়।

ওল্ডহামলৈ আহিও চেমুৱেলে ধৰ্ম্মযাজকৰ কামকে কৰিছিল। ধৰ্ম্মপ্ৰচাৰ আৰু ৰাজনীতিৰ ব্যস্ততাৰ মাজত তেওঁৰ অকণো জিৰনি নোহোৱাকৈয়ে কেইবছৰ মান পাৰ হৈ গ'ল। ইয়াৰ মাজতে মাৰ্গাৰেটৰ বুঢ়ী আইতাকৰ টান নৰীয়াৰ বাতৰি পাই আয়াৰলেণ্ডলৈকো গৈছিল।

কেইদিনমানৰ মূৰত বুঢ়ী আইতাৰ মৃত্যুৰ কৰুণ বাতৰিটো লৈ চেমুৱেল আয়াৰলেণ্ডৰ পৰা উভতি আহিল। আইতাৰ শেষ অৱস্থাৰ সকলোখিনি শোকলগা কথা বেৰী আৰু মাৰ্গাৰেটৰ আগত বিৱৰি ক'লেহি।

মিতৌ পঢ়া বাইবেল খন মেলি লৈ আইতাৰ ওখ গাকত আঁউজি আধাশোৱা হৈ আছিল। তেওঁ ভাল পোৱা স্তোত্ৰটি লাহে লাহে পঢ়িলে। তাৰ পিছত ঘূৰি বহিল। চকু মুদিলে। চকু আৰু নেমেলিলে!

মাৰ্গাৰেটে বিশ্বাস কৰিবলৈ টান পাইছিল। তেওঁ ভাবিলে— আইতাৰ তো সদায় এনেকৈয়ে টোপনি যায়। আইতাৰ কি হ'ল!

তেওঁৰ বুকুখনত যেন এচপৰা শিলে হেঁচি ধৰিছে। দুগালে দুধাৰি চকুলো বৈ আহিল। তেওঁ ভাবিলে—

আইতা সৰগলৈ গ'ল! সেই সৰগখনি বা কেনেকুৱা ঠাই!

তেওঁৰ শিশু মনটিৰ সুকোমল তাঁৰ ডালিত এটি মৃদু কঁপনি তুলি সৰগৰ কল্পনাটি হেৰাই গ'ল!

মাৰ্গাৰেটৰ বয়স তেতিয়া সাত বছৰ।

# কৰ্মতৎপৰ আৰু বিপ্লৱী পিতৃ চেমুৱেলৰ মৃত্যু

দেউতাকৰ ফালৰ চাবে মাৰ্গাৰেটৰ মনত ৰেখাৰ লাগে। তেওঁৰ স্বাস্থ্য দিনে দিনে ভাগি যাবলৈ ধৰিছে। নগৰৰ কুলস্কুলীয়া পৰিবেশ ত্যাগ কৰি তেওঁলোক গ্ৰেট টৰেণ্টন গাঁৱলৈ গুচি আহিল। গাঁৱৰ প্ৰাকৃতিক দৃশ্যই মাৰ্গাৰেটৰ মন বতাঁয়াল কৰি তুলিলে। লগতে এটি ভাইটি তেওঁলোকৰ মাজলৈ অহাত তেওঁৰ আৰু ভাল লাগিল। তেওঁ ফূৰ্ত্তি মনেৰে স্কুললৈ যায়। ভাইটি ভনীটোহঁতৰ লগত গছ ফুল পাতৰ মাজত খেলে।

মাজে মাজে দেউতাক অসুখ হৈ শুই থাকে। মাৰ্গাৰেটে তেতিয়া দেউতাকৰ বিচনাৰ কাষৰ পৰা আঁতৰি নাযায়। খেলা-ধূলা সকলোবোৰ বাদ দিয়ে। গীৰ্জাৰ উপাসনালৈ দেউতাক অতি কষ্টেৰে যায়। লগত যায় মাৰ্গাৰেট। তেওঁৰ বুকুৰ থুব বিষ। হাতেৰে বুকুখনত ধৰি ভাষণ দিয়ে। সুললিত তেওঁৰ কণ্ঠধ্বনি। দেউতাকৰ ভাষণ শুনি শুনি মাৰ্গাৰেট আপোন পাহৰা হৈ পৰে। তেওঁ উপাসক সকলক সম্বোধন কৰি কয়—

"প্ৰভু যীশুৰ প্ৰেম অমিয়া সহস্ৰধাৰেৰে ধৰণীৰ বুকুলৈ নামি আহক! কি অপৰূপ এই বিনন্দীয়া বিশ্বখনি! ইয়াৰ এজন গৰাকী আছে! আমাৰ তেজ মঙহৰ চকুৰে তেওঁক দেখা নাপাওঁ। কিন্তু তেৱেঁই আঁৰত থাকি আমাৰ সকলোকে চলাই আছে! হে উপাসক বৃন্দ! তেওঁ আমাৰ পৰম ঈশ্বৰ! তেওঁ প্ৰেম-সমুদ্ৰ। তেওঁ করুণাময়! তেওঁৰ পুত্ৰ হ'ল প্ৰভু যীশু! পাপত ডুবি থকা মানুহক উদ্ধাৰ কৰিবৰ কাৰণে তেওঁ পৃথিৱীলৈ আহিছিল।"

গাৱঁৰ লোক সকলক সহজ সৰল ভাষাত চেমুৱেলে বুৰঞ্জী, ৰাজনীতি আৰু বাইবেলৰ গল্পবোৰ অনৰ্গল কৈ গৈছিল। মাৰ্গাৰেট দেউতাকৰ লগতে ছাঁটো যেন হৈ থাকি সকলোবোৰ মনপুতি শুনিছিল।

ঈশ্বৰ ভক্তি, মানৱ সেৱা, দেশসেৱা আৰু পৰৰ মঙ্গল সাধনেই মানুহৰ জন্মৰ উদ্দেশ্য। এই মহান ভাৱবোৰৰ গভীৰ ছাপ মাৰ্গাৰেটৰ শিশু মনটিৰ ওপৰত লাহে লাহে পৰিবলৈ ধৰিছিল।

নিতৌ গধূলি উভতি আহি ঘৰত মাৰ্গাৰেটে বক্তৃতাৰ আখৰা কৰে। দেউতাকে যেনে ধৰণে হাত আৰু মুখৰ মুদ্ৰা দি বক্তৃতা দিয়ে, ঠিক তেনে ধৰণে নকল কৰি বক্তৃতা দি দেখুৱায়।

পিতৃৰ কৰ্মতৎপৰ আৰু বিপ্লৱী ব্যক্তিত্বৰ সাঁচতে মাৰ্গাৰেটৰ স্বভাৱে গঢ় ল'বলৈ ধৰিলে। অজানিত ভাৱেই তেওঁৰ এটি সংগ্ৰামী, সবল আৰু সুস্থ মন গঢ় লৈ উঠিল। তেওঁৰ অকণমানি হিয়াখনিত দেউতাকেই ত্যাগ আৰু সেৱাৰ ভাল গুটি সিঁচি থ'লে। যীশুখ্ৰীষ্টৰ

বাণীৰ প্ৰভাৱে তেওঁৰ অন্তৰখনি প্ৰেমময় কৰি তুলিলে! ধৰ্মানুভূতিয়ে তেওঁৰ আত্মা, মন, শৰীৰ আৱৰি ধৰিলে। চুলিত তাঁত দিবলৈ শিকা, সেই বয়সৰে পৰাই সত্য কি বস্তু তেওঁ বিচাৰ কৰাত লাগি গ'ল!

দিনে দিনে ভাগি যোৱা স্বাস্থ্যই চেমুৱেলৰ মনো ভাঙি দিব খুজিছিল। কিন্তু তেওঁৰ লগতে সদায় লাগি আছিল ~~তেওঁৰ তেজস্বীনী~~ দুহিতা মাৰ্গাৰেট। অন্তৰৰ সকলো প্ৰকাৰ দুখ অৱসাদ আঁতৰাই মাৰ্গাৰেটে তেওঁৰ দেহ মনলৈ আনি দিছিল শক্তি সামৰ্থ্য! মাৰ্গাৰেটৰ উৎসাহ-উদ্দীপনা ভৰা কথাবোৰত চেমুৱেলে সঞ্জীৱনী পাইছিল। তেতিয়া মাৰ্গাৰেটৰ বয়স দহবছৰ মাথোন।

মাক মেৰীৰ কাষত মাৰ্গাৰেটে শুনিছিল বিপ্লৱী ককাদেউতাকৰ বীৰত্বপূৰ্ণ জীৱনৰ কথা। স্বাধীনতা সংগ্ৰামৰ গাৰ নোম শিঙৰি উঠা সেই কাহিনীবোৰ। আনন্দ আৰু গৌৰৱত তেওঁৰ বুকুখন ফুলি উঠিছিল। মনে মনে ভাবিছিল—

ককাদেউতা বীৰ, ধৰ্ম্মপ্ৰাণ! আইতাও কিমান মহৎ, কিমান ভাল। মোৰ দেউতাৰ দৰে ভাল কোনোবা আছে জানো? তেওঁ সকলোৰে সেৱা কৰে। ধৰ্ম্মই তেওঁৰ জীৱন- দেশেই তেওঁৰ প্ৰাণ! মোৰ আইও ইমান মৰমীয়াল! দুখকষ্টৰ মাজতো তেওঁৰ হাঁহিটি ওঁঠত লাগিয়েই থাকে! তেওঁৰ মুখৰ মাতষাৰ ইমান মিঠা! মোৰ ককাদেউতা আয়াৰলেণ্ডৰ দেশ নেতা! এজন ত্যাগবীৰ! এনে বংশত মোৰ জন্ম! মইও ডাঙৰ হ'ম, মইও মহৎ হ'ম!

"কোনে জানে তেওঁ কি হয়? কিন্তু, মেৰী, আমাৰ মাৰ্গোৱে এটি কাম কৰিবলৈ আহিছে। মই ভালকৈ বুজি পাইছোঁ। ঈশ্বৰে যেতিয়া তেওঁক মাতিব, তেওঁক বিদায় দিবা। বাধা নিদিবা।"

—শয্যাশায়ী দেউতাকে মৃত্যুৰ আগমুহূৰ্ত্তত মাৰ্গাৰেটৰ মাকক এই বুলি ক'লে।

সক ল'ৰা ছোৱালী তিনিটিয়ে ভাবিব পৰা নাছিল—তেওঁলোকৰ

মৰমৰ দেউতাকে ইমান সোনকালে তেওঁলোকক অনাথ কৰিব! তেতিয়া তেওঁৰ মাথোন চৌত্ৰিশ বছৰ বয়স আছিল।

অতি চেনেহৰ দেউতাকক হেৰুৱাই, মাক আৰু ল'ৰা-ছোৱালী কেইটিয়ে হিয়া ধুনি কান্দিবলৈ ধৰিলে। সিহঁতে ককাদেউতাকৰ মৰমতো নাপালেই, বুঢ়ীমাককো সকতে হেৰুৱালে। আজি হেৰুৱালে সকলোতকৈ মৰমৰ দেউতাকক।

মেৰীয়ে চকুপানীৰে বাট নেদেখা হ'ল। তেওঁৰ সৰ্ব্বস্ব শেষ হৈ গৈছে। অসহ্য যন্ত্ৰণাই তেওঁৰ বুকুখন চেপি ধৰিছে। তথাপি তেওঁ ধৈৰ্য্য ধৰিছে। তথাপি তেওঁ ধৈৰ্য্য ধৰিব লাগিব। ল'ৰা-ছোৱালী কেইটিৰ কাৰণে তেওঁ অশেষ পৰিশ্ৰম কৰিব লাগিব। তেওঁৰ দেউতাক আছিল মিষ্টাৰ হেমিল্টন। আয়াৰলেণ্ডৰ ৰাজনীতি ক্ষেত্ৰত নামকৰা নেতা। মেৰীয়ে জীয়েকহঁত মাৰ্গাৰেট, মে আৰু কেচুৱা পুতেক ৰিচমণ্ডক লৈ আয়াৰলেণ্ডত থকা দেউতাকৰ ওচৰ পালেহি। বৃদ্ধ হেমিল্টনে তেওঁৰ বিধবা জীয়েক আৰু নাতিনীহঁতক চেনেহেৰে লৈতে বুকুত সামৰি ল'লে।

## প্ৰধান শিক্ষয়িত্ৰী কুমাৰী লাৰেট আৰু ভনীটী মাৰ্গাৰেট

ককাদেউতাক হেমিল্টনে মাৰ্গাৰেট আৰু ভনীটী মেক হালিফক্স স্কুলত নাম লগাই দিলে। স্কুলৰ প্ৰধান শিক্ষয়িত্ৰী কুমাৰী লাৰেট আছিল এগৰাকী বিদুষী মহিলা। তেওঁ বহুত নিয়ম-সংযম ৰীতি নীতি মানি চলে। স্কুলৰ ভিতৰতো নিষেধ-আদেশৰ। কুমাৰী লাৰেটেও বিদ্যালয়ৰ সকলোবোৰ নিয়ম কানুন নিখুঁতকৈ মানি চলিছিল, যাতে নিয়মৰ [illegible] [illegible] [illegible] আন শিক্ষয়িত্ৰী

আৰু ছাত্ৰী সকলৰ মনত সাহস যোগালে। স্কুলৰ মজিয়াখন চিক্-চিক্ কৰে চাফা। ক'তো কুটা এডালমানো পৰি থাকি মজিয়াটোক আমনি নিদিয়ে। ঘৰবোৰৰ চাৰিও কাষে সেউজীয়া গছ পাত ফুল ফলেৰে জাতিষ্কাৰ। সন্মুখত সেউজবুলীয়া নিমজ ঘাঁহনি বন।

মাৰ্গাৰেট আছিল ঘৰৰ চৰাই। তেওঁক যেন ধৰি আনি সজা এটাত সুমুৱাই থোৱা হ'ল। তথাপি কামে কাজে কথাই বতৰাই তেওঁৰ স্বাধীন মনোভাৱটি বিৰিঙি উঠিছিল। দিনে-ৰাতিয়ে স্কুল আৰু ছাত্ৰীবাসৰ নিয়ম শৃংখলাৰ মাজৰ পৰা খন্তেকপৰ মুকলি হ'বলৈ মাৰ্গাৰেটৰ মনটোৱে ছিকছিকাইছিল। অৱসৰ সময়ত ভনীটি মে'ৰ সৈতে ওলাই গৈছিল। ওচৰতে থকা পৰ্বতটিৰ গাত বগাই উঠি ওপৰৰ ঠাই কণত খেলিছিলহঁতে।

কুমাৰী লাৰেটে আন ছাত্ৰী সকলক মন কৰাৰ দৰেই মাৰ্গাৰেটৰ চালচলনো মন কৰিছিল। এদিন তেওঁ মাৰ্গাৰেটক থোৰতে নকৈ নোৱাৰিলে—

"মাৰ্গাৰেট, তোমাৰ স্বাধীন মনোভাৱৰ পৰিচয় পাই মই সুখী হৈছো। কিন্তু গোটেইখিনি সমৰ্থন কৰিব নোৱাৰো।"

লাহে লাহে মাৰ্গাৰেটে সকলোবোৰ মানি ল'লে। তথাপি আন লগৰীহঁতৰ পৰা তেওঁৰ ব্যক্তিত্ব আছিল সুকীয়া। বুদ্ধিতো আছিল চোকা। জানিবলৈকো অদম্য হেপাহ। চেহেৰাও চকুত লগা। লগৰীহঁতে তেওঁক সকলো কথাতে মানি চলে। সকলোৱে খুব ভাল পায়। সুৰীয়া মাত কথা আৰু অমায়িক ব্যৱহাৰেৰে সকলো শিক্ষয়িত্ৰীৰে তেওঁ মন মোহি পেলালে।

সোণালী বৰণৰ চুলি কোঁচা দীঘল হৈ কুৰনী হৈ পৰিছিল। চুলিৰ আগুঠিবোৰে তেজগোৰা কপালখনৰ ওপৰত দোলন দিছিল। ৰূপৰ গৰ্বও অকণমান হৈছিল যেন লাগে। শৰীৰৰ লাৱণ্য আৰু মুখৰ কান্তিয়ে মানুহৰ চকুত ধৰিছিল।

"মাৰ্গাৰেট, তোমাৰ চুলি কোঁচা চুটি কৰি কাটি পেলাব লাগিব।

ছাত্ৰীৰ ইমান কেশ সজ্জাৰ আৱশ্যক কি ?”

লাবেটে আদেশৰ সুৰত কথা কেইবাৰ ক'লে। মাৰ্গাৰেটৰ কোমল মুখখনিয়ে বৰণ সলালে। কিন্তু আচাৰ্য্যাৰ আদেশ তেওঁ নত শিৰে মানি ল'লে। ল'বেটে তেওঁৰ চুলি কোছা ছুটিকৈ কাটি দিয়ালে।

বিয়লি ছাত্ৰীৰ সমদল যায় গীৰ্জ্জাৰ প্ৰাৰ্থনা সভালৈ। সেই প্ৰাৰ্থনা প্ৰধান শিক্ষয়িত্ৰীয়েই পৰিচালনা কৰে। বাইবেলৰ কৱিতা কোমল সুৰত আবৃত্তি কৰিব লাগে। দিনটো কৰা দোষ পাপৰ কাৰণে যীশুৰ ওচৰত প্ৰাৰ্থনা জনাই ক্ষমা খুজিব লাগে। মাৰ্গাৰেটৰ অপৰাধ বেছি। সেই কাৰণে তেওঁ প্ৰত্যেক দিনে ক্ষমা বিচাৰি বেছি সময়লৈ গীৰ্জ্জাৰ মজিয়াত আঠুলৈ শাস্তি ল'বলৈ বাধ্য। লাবেটৰ কঠোৰ আদেশ। চকুলোৰে মাৰ্গাৰেটৰ গাল দুখন তিতি যায়। কিন্তু সেই দুচকু বুৰাই বৈ অহা দুধাৰি চকুলো তেওঁৰ অভিমান বা অপমান বোধৰ কাৰণে নাছিল। প্ৰেমময় যীশুৰ চৰণত হিয়া ঢালি তেওঁ কেৱল প্ৰাৰ্থনা জনাইছিল। কেতিয়াবা ভনীটী মেৰ দোষৰ কাৰণেও আঠুকাঢ়ি শাস্তি লৈছিল। তেওঁ মনত অকণো বেয়া নেপাইছিল। তেওঁ ভাবিছিল—এই শাস্তিয়ে তেওঁক সংযত আৰু নিৰ্ম্মল কৰি তুলিব।

বোৰ্ডিঙৰ পৰা কেতিয়াবা মনে মনে মিল থকা লগৰীইঁতৰে সৈতে ওলাই যায়, প্ৰাকৃতিক দৃশ্যৰে সুশোভিত এটুকুৰা নীৰৱ ঠাইলৈ। তাতে সেউজীয়া ঘাঁহনিত বহি মনখুলি হাঁহে আৰু গল্প কৰে। খ্ৰীষ্টান ধৰ্ম্মপুথি বাইবেলৰ সাধু এটা মাৰ্গাৰেটে বৰ ভাল পাইছিল আৰু সদাই পৰাই কৈছিল—

“সেউজীয়া ঘাঁহনি দৰাত জেকৰে তেৰা চৰাই আছিল। ক'ৰ পৰানো ধুমুহা অহাদি ভাগৰটোৱে আহি তাক হেছা মাৰি ধৰিলে! আলিৰ কাষতে সি ঢলি পৰিল। টোপনিত লাল কাল দিলে। তেতিয়া তাৰ বং-বিৰঙৰ তেৰাৰ জাকটোৱে পানী পী উঠিছিল

মাথোন। সিহঁতে ৰঙতে দেওপাল-দোপাল পাৰি পিয়াপি দি ফুৰিছিল।

চকুৰ পচাৰতে আকাশৰ ক'লা মেঘ চপৰাৰ পৰা সোণৰ জখলা এটা সৰসৰকৈ নামি আহিল। চাই থাকোতেই জখলাটোৱেদি দেৱদূত সকল সুত কৰে পৃথিৱী পালেহি, আকৌ উঠি গ'ল। এনেতে চাৎ কৰে জোনাক আৰু বাগৰি আহি পৃথিৱীখন ধুৱাই পেলালে। এতিয়া দেৱদূত সকলৰ কিমান ৰং চাবা। পাক দি দি নাচিবলৈ ধৰিলে। চাচোন চা। এনেকৈ পাক দি নাচিলে।" —এই বুলি নাচোনৰ ভঙ্গী এটা দিলে।

লগৰীহঁতে ফুৰ্ত্তিত খিলখিলাই হাঁহিলে আৰু চিঞৰি উঠিল—

"বাঃ ৰে বাঃ কিমান মজা? গোট গোট কৈ মাছৰ ভজা। আমিও দেৱদূত নহয় নে কিবা? আমি নাচিলেনো কোনে কি ক'বা?" —এই বুলি কেইজনীমানে ককাঁল ঘূৰাই ঘূৰাই হাতেৰে অঙ্গী-ভঙ্গী দি নাচিলেই। নাচোন দেখি ইবোৰে হাঁহি ৰাখিব নোৱাৰি ঘাঁহনিত বাগৰি গ'ল।

মাৰ্গাৰেটে আৰু এটি সাধু কৈ বৰ ভাল পাইছিল—

"মদাহী এটাই টেকেলীয়ে টেকেলীয়ে মদ খাই চকু মেলিব নোৱাৰা হ'ল। এবাৰ টানি মেলে, আকৌ জাপ খাই যায়। সি ধলং পলং কৈ আহি হামখুৰি খাই খাৱৈ এটাত ছুকস্ কৰে সোমাই এখাৱৈ হ'ল। খাৱৈটো আছিল ঘিট্‌মিট্ কৰে এন্ধাৰ। সি খেপিয়াই, খেপিয়াই, চুচৰি বগুৱাবাই আহি আছিল। ওপৰ ফালে আছিল মদৰ এটা বিয়াগোম পীপা। পীপাটোত তাৰ মূৰটো লাগি বাগৰ খাই পৰিল। গোটেইখন মদেই মদ হ'ল। কাষতে শাৰীপাতি থকা মদৰ সৰুপীপাবোৰে ডাঙৰ পীপাটোৰ বিলৈখন দেখি খিলখিলাই হাঁহিলে আৰু টেটুফালি চিঞৰিলে—

'ভাল হৈছে, বঢ়িয়া হৈছে, হেকাই ভিলিকি খাওঁ, মাগুৰ মাছৰ খোলা খাওঁ, অহ্‌ অহ্‌ বেছ হৈছে; ওঁ ওঁ আৰু বাগৰ, ওঁ আৰু বাগৰ, ওঁ ওঁ ওঁ!'

তাঙৰ পীপাটোকে দোপ দি দি কেইবাটাও বাগৰ মাৰিলে। এটা দোপত আহি খাৰৈটোত সোমাই মদাহীটোৰ গাত ঘৰুং কৰে পৰিল। সি কেংকৰে চিঞৰ মাৰি দিলে। তাৰ সোঁও ভৰিখন ভাগিল, বাওঁখনৰ গেৰোৱাত ডমকা খালে, বাওঁসী দুটাত কচকা খালে, মুৰটো ভাগ্যে বাচিল যদিও কুমত অকণমান দুখ পালে। তাৰ বৰ খং উঠিল। সি যে গালি পাৰিবলৈ ল'লে। কি ক'বা। সকলোৰে চৈধ্য পুৰুষ উঘালিলে। খালটোৰ পৰা কোনোমতে উঠি খোৰাই খোৰাই যাবলৈ ধৰিলে। বাটে বাটে সি মানুহবোৰক গুৱাল গালি দি গৈছিল।"

ছোৱালীহঁতে মাৰ্গাৰেটৰ গল্প ভোঁ হৈ শুনিছিল আৰু গিৰ্জ্জনি পাৰি হাঁহিছিল।

মাৰ্গাৰেটৰ কণ্ঠত মোহিনী আছিল। তেওঁ যেতিয়া অভিনয় কৰি বাইবেলৰ সাধুবোৰ কৈ যায়, তেওঁ নিজক সমূলি পাহৰি পেলায়। দেৱদূত সকলে চৈতানক কেনেকৈ বশ কৰিছিল, তাৰ বৰ্ণনা দি দেখুৱাবলৈ যাওঁতে এবাৰ আপোন পাহৰা হৈ নিজৰ মূৰৰ চুলি একোছা উভালি পেলালে।

## সৃষ্টি কৰাৰ আনন্দতে ঈশ্বৰ লুকাই আছে

লাৰেট বাইদেউ আছিল বৰ কাম্য। কিন্তু তেওঁহে আদৰ্শ মানুহ। তেওঁ শিকাইছিল— জীৱনটো সহজ নহয়। মানুহে বহুত ত্যাগ আৰু কষ্ট স্বীকাৰ কৰিব পাৰিলেহে ডাঙৰ হ'ব পাৰে। মহৎ হ'বলৈ হ'লে, জীৱন যুঁজৰ পাকেৰে বগুৰা হ'ব লাগিব। মাৰ্গাৰেটে তেওঁক ভয় ভক্তি কৰিছিল আৰু ভাল পাইছিল।

ছবছৰ পিছত লাৰেট বৰবাইদেৱে স্কুল এৰি গ'লগৈ। তেওঁৰ পিছত প্ৰধান শিক্ষয়িত্ৰী হৈ আহিল কুমাৰী কলিন্স। কলিন্স আছিল

এগৰাকী মেধাৱী শিক্ষয়িত্ৰী। তেওঁৰ মৰমেৰে ওপচা এখনি অন্তৰ। ছাত্ৰীইঁতৰ নিচেই কাষতে থকা এগৰাকী অতি আপোন মানুহ। সাহিত্য আৰু সুকুমাৰ কলাত সুনিপুণা। কিন্তু পঢ়ায় বিজ্ঞান। এটি সুকীয়া ব্যক্তিত্ব লৈ থকা তীক্ষ্ণ বুদ্ধিৰ মাৰ্গাৰেট তেওঁৰ চকুত সহজে ধৰা পৰিল। মাৰ্গাৰেটক দুদিনতে তেওঁ আপোন কৰি পেলালে। এটি এটিকৈ বিজ্ঞানৰ সত্যবোৰ শিকাবলৈ ধৰিলে। সাহিত্য ৰসত মাৰ্গাৰেটৰ মনটো ডুবাই দিলে। ঘুকুটি ঘুকুটি প্ৰশ্ন সোধে, কলিন্স বৰবাইদেৱে উত্তৰ দি যায়।

কুমাৰী কলিন্সে প্ৰায়েই মন কৰিছিল— মাৰ্গাৰেট ছোৱালীটী পঢ়া শুনাতো ভাল। বেছ খেলা ধূলাও কৰে। কিন্তু প্ৰায়েই তাই উদাস মনেৰে কোনোবা সপোন ৰাজ্যত ঘূৰি ফুৰে। তাইৰ মনটোৱে যেন কোনোবা এখন অতীন্দ্ৰিয় ৰাজ্যৰ জ্ঞানৰ কাৰণে হাবাথুৰি খাই ফুৰিছে।

চিন্তাৰ চেপাত শেঁতা পৰি থকা মাৰ্গাৰেটৰ লৱণী মুখখনি দেখি এদিন কলিন্সৰ বৰ মৰম লাগিল আৰু আঁতৰাই মাতি নি সুধিলে—

"বাৰু, মাৰ্গাৰেটে, ইমান ব্যস্ততাৰ মাজতো তুমি আনমনা হৈ প্ৰায়েই কি ভাবি থাকা? তোমাৰ যেন এইবোৰত অকণো তৃপ্তি নাই।

মাৰ্গাৰেটে মনখুলি কৈ পেলালে—

"বাইদেউ মই ভাবোঁ, মানুহ মৃত্যুৰ পিছত কলৈ যায়। ঈশ্বৰ ক'ত আছে। তেওঁ আছে নহয়, বাইদেউ?"

সৰুকালৰে পৰা মাৰ্গাৰেটে কেইবাবাৰো আঘাট পাইছে। মৰমৰ বুঢ়ী আইতাক, দেউতাক আৰু কেইবাটিও ভাই-ভনী তেওঁৰ কাষতে আছিল। তেওঁক মৰম যেথা কৰিছিল! ভাইটি আৰু ভনীটী-এনীৰ লগত খেলিছিল; সিইঁতক তেওঁক কিমান যে মৰম কৰিছিল! এটি এটিকৈ তেওঁলোকৰ মৃত্যু হ'ল! তেওঁলোক কলৈ গ'ল!

সৰগলৈ! য'ত করুণাময় ঈশ্বৰ আছে!

"হে প্ৰেমময় প্ৰভু ! তোমাক কেনেকৈ দেখা পাম !"

এইবোৰকে মাৰ্গাৰেটে ভাবি-গুণি থাকে।

"সেইবোৰ কথা পিছত ডাঙৰ হ'লে বুজিবা। পঢ়া শুনা কৰা ছোৱালী, ভালকৈ পঢ়া শুনা ক'ৰা"— কলিন্সে বুজালে।

মাৰ্গাৰেটে অকণো শান্তি নেপাইছিল। তেওঁৰ মনটো ক'তো থিতাপি লৈ নবহা হ'ল। কেতিয়াবা বাইবেল খন মেলি লৈ পাত লুটিয়ায়। সাউতকৰে সামৰি থৈ বিজ্ঞানৰ কিতাপ খন মেলি লয়।

তেওঁৰ বয়স তেতিয়া তেৰ বছৰ মাথোন। তৰবৰী মাৰ্গাৰেটৰ মনৰ অৱস্থা কলিন্সে ভালকৈ বুজি পালে। তেওঁ ভাবিলে— ইমান প্ৰতিভাশালী এই ছোৱালীটী ! চঞ্চল মনটোক তাই কোনোমতে বান্ধিব পৰা নাই। আপদাৰ নাপালে ফুলপাহ কলিতে মৰহি যাব এতিয়া। এনে এটা কাম দিব লাগিব, যিটো কামত তাই মন পুতি লাগি যায়।

এদিন মাৰ্গাৰেটক ওচৰলৈ মাতি আনি ক'লে— "মাৰ্গাৰেট, চোঁৱাচোন, এই বিনন্দীয়া বিশ্বখন ! নীলা আকাশত জোন-বেলি, আৰু অলেখ তৰাৰ দীপান্বিতা। মেঘত বিজুলিৰ চিকমিকনি ! অমৃতেৰে উপচি থকা সেউজবুলীয়া, সোণোৱালী, ৰূপোৱালী, ধৰিত্ৰীৰ উদাৰ বুকু ! নৈ-জান-জুৰিৰ সুললিত কুলু ধ্বনি ! পশু, পখি, কীট পটঙ্গ আৰু মানুহৰ কণ্ঠত সুমধুৰ ভাষা ! নিমাতী তৃণ তৰু লতাৰ অপৰূপ সৌন্দৰ্য্য ! সকলোবোৰ করুণাময় ভগবানৰেই সৃষ্টি ! তেওঁক জানিবলৈ হ'লে আগতে সৃষ্টিৰ সকলোবোৰ বস্তুকে জানিবলৈ চেষ্টা কৰিব লাগিব। তেতিয়া তেওঁক জানিবলৈ সহজ হৈ পৰিব।"

আচাৰ্য্যাৰ কথাখিনিয়ে অনুসন্ধিৎসু মাৰ্গাৰেটৰ বুকুখন কঁপাই তুলিলে। তেওঁ ব্যাকুল হৈ উঠিল।

"মই যত্ন কৰিম। মই জানিম। কেনেকৈ; কেনেকৈ তেওঁক দেখা পাম, বাইদেউ ?"

কলিন্সে ক'লে— "সৌ গছ জোপা দেখিছা ? তেওঁৰেই সৃষ্টি।

গছজোপা আঁকিব পাৰিলে, সৃষ্টি কৰাৰ আনন্দ তুমি পাবা। সেই আনন্দতে তেওঁ লুকাই আছে। তেতিয়া ভগবান কি, অকণমান বুজি পাবা।"

মাৰ্গাৰেট কাগজ পেন্সিল লৈ ছবি অঁকাত মন ডুবাই দিলে। পাঠ্য পুথিৰ জাপি দিয়া বোজাটো যেন কোনোবাই তেওঁৰ মূৰৰ পৰা আঁতৰাই থ'লে। কল্পনাৰ দেশলৈ উৰা মাৰি তেওঁৰ শিল্পী মনটোৱে কিমান যে সুখ পাবলৈ ধৰিলে!

# জন্মভূমিক কেনেকৈ ভাল পাব লাগে

স্কুলৰ দীঘলীয়া বন্ধত মাৰ্গাৰেটে ভনীয়েক মেক লগত লৈ ককা-দেউতাৰ আয়াৰলেণ্ডৰ ঘৰলৈ গুচি আহে। ককা আছিল বৰ আটোম-টোকাৰী। আলমিৰা বোৰত কিতাপ খোৰ থাকে থাকে লানী লগাই থৈছিল। বিধবা জীয়েক মেৰীয়ে ঘৰখন পৰিপাতিকৈ সজাই পৰাই কেউপিনে তমস্কাৰ কৰি তুলিছিল। ককাও তেনেই তুখ্‌কং, অকণো স্ফূৰ্ত্তি শাৰ্ত্তি নাই। পুৰে ফাট নৌ দিয়াৰ পৰা লেচেৰি নিচিগা কামত টাকুৰি ঘূৰাদি ঘূৰি ফুৰে। তেওঁ আছিল স্বাস্থ্যমন্ত, সভা-শুৱনী, আৰু সৰবৰহী। একালত তেওঁ কৰ্কৰ ব্যৱসায় কৰিছিল। ৰাজনীতি ক্ষেত্ৰতো অক্লান্ত কৰ্ম্মী আৰু "ডেকা আয়াৰলেণ্ড"-ৰ অবিসংবাদী নেতা। স্বায়ত্ত শাসনৰ অৰ্থে কৰা আন্দোলনত তেওঁ কঠোৰ পৰিশ্ৰম কৰিছিল।

বুঢ়ী আইতা ধুকুৰা ভালেমান দিন হ'ল। সেই ৰ বৈয়া দিন বোৰলৈ মনত পৰি ককাৰ কেতিয়াবা বেজাৰ লাগে। তেওঁৰ ঘৰুৱা জীৱনত বুদ্ধি সদ্ধি দি বুঢ়ী আইতাই কিমানবোৰ লেঠা মাৰিছিল! আইতাৰ উৎসাহ-উদ্দীপনা নোপোৱা হ'লে ককা হেমিল্টনো এনেকৈ মন প্ৰান সঁপি দি হেলাৰঙে দেশ সেৱা কৰিব কেতিয়াও নোৱাৰিল হেঁতেন। আইতাৰ গুণ তেওঁ কেনেকৈ পাহৰিব? হৰহৰীয়া ককা-

সেউতাই বন্ধু সকলৰ আগত আইতাৰ গুণ যশ বখানি তৃপ্তি পাইছিল।

দেশক ভাল পোৱা বৃদ্ধ হেমিল্টনৰ স্বভাৱ ধৰ্ম। তালুৰ পৰা তলুৱালৈ, হাড়ে হিমজুৱে তেওঁৰ দেশ প্ৰেম। আত্মপ্ৰত্যয়ী হেমিল্টনে ভাবিছিল—

তেওঁৰ জন্মভূমি আয়াৰলেণ্ড কেতিয়াও পৰাধীন হৈ নাথাকে। আয়াৰলেণ্ডৰ বুকুত স্বাধীনতাৰ বিজয় শঙ্খ এদিন বাজি উঠিব। তেওঁৰ পেটৰ সকলোবোৰ কথা নাতিনী মাৰ্গাৰেটক হিয়া উবুৰিয়াই কৈ পেলাইছিল। তেওঁ ভালকৈ বুজি পাইছিল—তেওঁৰ নাতিনী-ছোৱালীটী আৰু তেওঁক ঈশ্বৰে একেটি ধাতুৰেই গঢ়ি পিন্তি পঠাইছে। মাৰ্গাৰেটেও জন্মভূমিক প্ৰাণভৰি ভাল পায়। তেওঁ ও দেশৰ অৰ্থে প্ৰাণ দিব পাৰে।

ককাদেউতাৰ আত্মদান আৰু কৰ্ত্তব্যৰ প্ৰতি স্পৃহা দেখি মাৰ্গাৰেটৰ আনন্দ আৰু অনুপ্ৰেৰণাত বুকু ফুলি উঠিছিল। এই বুঢ়া বয়সলৈকে তেওঁৰ আজীৱন কৰা সংগ্ৰামৰ ওৰ পৰা নাই। দেশৰ কাম বুলিলেই মনত এতিয়াও হাউচ, গাত এশটা ডেকাৰ তেজ। ধপাঁতৰ নলিচাডাল মুখত লৈ টকটকীয়া ৰঙা বাতিপুৱাৰ কেঁচা ৰ'দতে ঘৰৰ পৰা টকচ্ টকচ্ কৰে ওলাই যায়। মোনাত ভৰাই লয় "দি নেচন" নামৰ নিষিদ্ধ কাগজবোৰ। মানুহৰ হাতে হাতে বিলাই যায় আৰু কৈ যায় মুক্তি যুজঁৰ অৰ্থে সাজু হ'বলৈ। শাসকহঁতৰ চকুত—ছিদ্ৰ তেওঁৰ পদে পদে। বিপদ তেওঁৰ খোজে খোজে। হাতত ধৰি যায় নাতিনী ছোৱালীটোৱে—মাৰ্গাৰেটে।

আয়াৰলেণ্ডৰ প্ৰায়বোৰ ঠাইলৈকে ককাদেউতাকে মাৰ্গাৰেটক লৈ গৈছিল। দিলখোচ্ ককাদেউতাই তেওঁৰ অন্তৰঙ্গ বন্ধু বিলাকক মাৰ্গাৰেটলৈ দেখুৱাই চিনাকী কৰি দিয়ে—

"হেৰা, এই ছোৱালীটী চিনি পাইছা জানো? ভাইক উলা মূলা ঘৰৰ বুলি নেভাবিবা। টাইৰণৰ নবোল বংশৰ জীয়াৰী, মোৰ আৰু স্বয়ং জন নবোলৰ নাতিনী।"

ইয়ানবোৰ অচিনাকী মানুহৰ মাজত ভলভলীয়া ককাদেউতাকৰ

কথা কাণ্ডখন দেখি মাৰ্গাৰেট গোটেইজনী লাজতে ৰঙা চিঙা পৰিছিল কিন্তু গৌৰৱত তেওঁৰ বুকুখন ফুলি উঠিছিল।

পিছৰ জীৱনত নিবেদিতাই প্ৰায়েই কৈছিল—

"জন্মভূমিক কেনেকৈ ভাল পাব লাগে মই প্ৰথমতে ককাদেউতা আৰু বুঢ়ী আইৰ পৰা শিকিছিলোঁ।"

বন্ধৰ পিছত হালিফক্স কলেজলৈ উভতি অহাৰ দিন চমু চাপিল। ককাদেউতাই মাৰ্গাৰেটৰ বাকচ এটা মিল্টন আৰু চেক্সপীয়াৰৰ কিতাপেৰে ভৰাই দিলে। আয়াৰলেণ্ডৰ দেশভক্ত নেতা ৰবাৰ্ট এল্‌চ্ মায়ৰ জীৱনী-খনো দিলে। কলেজ খোলাৰ আগদিনা মাৰ্গাৰেট বোৰ্ডিং পালেহি। অৱশৰ সময়ত এখন এখনকৈ কিতাপবোৰ পঢ়ি শেষ কৰি পেলালে।

কলেজ আলোচনীত মাৰ্গাৰেটৰ ৰাজনীতি আৰু ধৰ্ম্মনীতি বিষয়ক প্ৰবন্ধবোৰ এটি এটিকৈ প্ৰকাশ পাবলৈ ধৰিলে। আলোচনীবোৰ ককাদেউতাকলৈ পঠাই দিছিল। ককাদেউতাই নিজে পঢ়ি আৰু আন দহজনক দেখুৱাই কিমান যে গৌৰৱ অনুভৱ কৰিছিল।

শেষ পৰীক্ষাত কৃতিত্বৰে উত্তীৰ্ণ হৈ হালিফক্স কলেজৰ পৰা মাৰ্গাৰেট ওলাই আহিল। মুকলি আকাশৰ তলত কৰ্ম্মৰ সোঁতত নিজকে উতাই দিবলৈ তেওঁ সপোন দেখিলে। তেতিয়া তেওঁৰ বয়স সোতৰ নে ওঠৰ বছৰ মাথোন। তেওঁৰ মাকে বেলফাষ্টত বিদেশীৰ নিমিত্তে এটা বোৰ্ডিং খুলি লৈ দুবেলা দুমুঠি মুকলিয়াই আছিল। তেওঁ ভাবিলে—প্ৰথমতে মাকৰ দুখ কষ্টৰ লাঘৱ কৰিব লাগিব। ভাইটি বিচমণ্ডৰো পঢ়া শুনাৰ ব্যৱস্থা কৰি দিব লাগিব।

সোতৰ বছৰীয়া মাৰ্গাৰেটে চাকৰি বিচাৰিবলৈ ধৰিলে। কেইদিন মানৰ পিছতে কেচউইকৰ এখন নতুন স্কুলত দুবছৰৰ নিমিত্তে শিক্ষয়িত্ৰীৰ চাকৰি এটা পালে। জীৱনৰ এয়ে প্ৰথম চাকৰি।

কেচউইক আছিল প্ৰকৃতিৰ লীলাভূমি। চাৰিও পাশে সেউজীয়া গছ লতা আৰু ৰংবিৰঙৰ ফল ফুলেৰে মনোৰম। সেউজবুলীয়া পৰ্ব্বতৰ শাৰী, কাজল বৰণীয়া পানীৰ হ্ৰদ। ঠায়ে ঠায়ে আকৌ

সাতামপুকৰীয়া পুৰণি বিয়াগোম বিয়াগোম একোডাল হঁত গছৰ তলত গমগমীয়া এন্ধাৰ। বিশ্ববিখ্যাত ইংৰাজ কবি কোলৰিজ ইয়াতে আছিল। কবি ওৱৰ্ডছওৱৰ্থৰ এজন অন্তৰঙ্গ বন্ধু এই গাওঁখনৰ পুৰোহিত।

ইয়াতে মাৰ্গাৰেটে চৈধ্য বছৰৰ পৰা ষোল বছৰ বয়সীয়া ছাত্ৰী সকলক বুৰঞ্জী আৰু সাহিত্য পঢ়াবলৈ আৰম্ভ কৰিলে। অতি কম সময়ৰ ভিতৰতে শিক্ষয়িত্ৰী হিচাপে তেওঁৰ নাম যশ বিয়পি পৰিল। তেওঁ প্ৰথমতে পাঠ্য সমূহ নিজে নিখুঁত ভাৱে আয়ত্ত কৰিলৈ ছাত্ৰী সকলক গল্প আকাৰত কৈ যায়। ছাত্ৰীহঁতৰ মনতো ছবিৰ নিচিনাকৈ সকলো পাঠ্যৰে একোটাহঁত সাঁচ বহি যায়। শিক্ষা দান কৰি মাৰ্গাৰেটে মনত বৰ আনন্দ অনুভৱ কৰিবলৈ ধৰিলে।

প্ৰকৃতিৰ অপৰূপ সৌন্দৰ্য্যৰ এক মহান উপলব্ধিয়ে যুৱতী মাৰ্গাৰেটৰ মনটোক সৌৰভময় কৰি তুলিছিল। নিতৌ গীৰ্জ্জাৰ মাঙ্গলিক ধ্বনি বাজি উঠে। লগে লগে তেওঁৰ অন্তৰাত্মাত এটি কৰুণ সুৰে ঢৌ খেলি যায়। তেওঁ আত্মহাৰা হৈ উঠে। চকু জুৰি মুদি দিয়ে। জগতৰ কল্যাণৰ অৰ্থে আত্মোৎসৰ্গ কৰা মহাত্মা সকল যেন, এজন এজন কৈ তেওঁৰ সম্মুখত থিয় হয়। আশীষ নিৰ্ম্মালিৰে তেওঁৰ শিৰ ওপচাই দি আকৌ আঁতৰি যায়। ক্ৰুশবিদ্ধ পৰম প্ৰেমময় যিশুৰ এচমকা নিৰ্ম্মল জ্যোতি তেওঁৰ চকুৰ আগত ভাঁহি উঠে। মঙ্গল ধ্বনি স্তব্ধ হোৱাৰ লগে লগে তেওঁৰ ধ্যান ভাগি যায়। তেওঁৰ শৰীৰ, মন আৰু আত্মাত বৈ যায় এটি মৃদু কম্পন— সেই অনিৰ্ব্বচনীয় আধ্যাত্মিক সত্তাৰ। ধীৰ পদক্ষেপেৰে তেওঁ বেদীৰ সম্মুখলৈ আগবাঢ়ি গৈ আঠু লয়।

মাৰ্গাৰেট দিনে দিনে গহীন হ'বলৈ ধৰিলে। আগৰ বাংঢালি স্বভাৱটো মৰহি গ'ল। ঘৰত ভাইটি ভনীটী হঁতৰ লগতো বং ধেমালি ঠাট্টা তামাছা কৰিবলৈ এৰি পেলালে। মাকে কথাটো মন কৰি ভয় কৰিলে আৰু বেয়াটোহে ভাবিলে— জানোছা তেওঁৰ গাভৰু জীয়েকে পিচলি পৰি বংশ মৰ্য্যদাত কলংক— সানে।

মাৰ্গাৰেটে দেখিলে, তেওঁৰ চাৰিও ফালে দৰিদ্ৰ মানুহৰ দুখৰ সীমা

নাই। অন্নবস্ত্ৰহীন অনাথ শিশুৰ হিয়া বিদৰা কান্দোন। মানৱ সেৱাই কৰুণাময় যীশুৰ শিক্ষা। সেই শিক্ষাক আখৰে আখৰে কাৰ্য্যত পৰিণত কৰিব পৰাটোহে মানুহ জীৱনৰ সাৰ্থকতা।

ৰাগবিত আছিল এখন অনাথ আশ্ৰম। কেওঁকিছু নোহোৱা ঘাট মাউৰী ছোৱালী ইঁতক ইযাত শিক্ষা দান কৰা হৈছিল। মাৰ্গাৰেটে কেচ্‌উইকৰ স্কুল এৰি থৈ আহি এই আশ্ৰমত সোমালহি। তেওঁ এই নিৰাশ্ৰয়া ছোৱালী ইঁতক এনেভাৱে প্ৰশিক্ষণ দিবলৈ ধৰিলে, যাতে আশ্ৰমৰ পৰা গুলাই এওঁলোকে স্বাৱলম্বী হৈ সুখেৰে একোখন গৃহস্থি চলাই খাব পাৰে। মাৰ্গাৰেটে নিজ ইচ্ছাৰে দৰিদ্ৰতাক আশীৰ্ব্বাদ বুলি বৰণ কৰিলে।

ৰাগবিত কেইবছৰমান কটাই মাৰ্গাৰেট ৰেক্সহামত থকা উচ্চমাধ্যমিক স্কুল এখনত শিক্ষয়িত্ৰী সোমালহি। খনি অঞ্চলত নতুনকৈ গঢ়ি উঠিছিল ৰেক্সহাম চহৰ। চহৰ খনৰ আলি পদূলি বোৰ, ধূলি আৰু ধোঁৱাই ছাটি থয়। খনিত কামকৰা মজুৰহঁতৰ তেনেই শোক লগা অৱস্থা। সিহঁতৰ দৰমহা বৰ কম। দুবেলা দুমুঠি পেট ভৰাই খাবলৈ নোজোৰে।

চহৰৰ মাজ মজিয়াতে ডাঙৰ গীৰ্জ্জা এটা আছিল। দীন দুখীয়াক সেৱা কৰিবলৈ সুবিধা হ'ব বুলি গীৰ্জ্জাৰ নাম তালিকাত নাম ভৰ্ত্তি কৰি ল'লে মাৰ্গাৰেটে। পুৱেক্ষণ দিয়াৰে পৰা গুৰৱ পৰলৈকে কামৰ ছেদ ভেদ নাই। গাঁৱে চবুৰিয়ে, মজুৰ হঁতৰ দুৱাৰে দুৱাৰে গৈ তেওঁ লোকৰ মাজত থকা দুখী দৰিদ্ৰ ৰুগীয়া সকলৰ সেৱা-শুশ্ৰূষাৰ সুব্যৱস্থা কৰিলে।

কেতিয়াবা পেটৰ ভোকত কলমলাই থকা নিৰাশ্ৰয় শিশুক আহাৰৰ যোগান ধৰিছে। ৰোগৰ যাতনাত ছট্‌ফটাই থকা আতুৰ জনলৈ দৰৱ গোটাই আনিছে। বিয়নৰ অসহনীয় পীড়াত জঠৰ হৈ থকা তিৰোতাৰ কাৰণে, চিকিৎসক বিচাৰি নগৰ লৈ নিজেই গুলাইছেহি।

সেৱাৰ কামত মাৰ্গাৰেটৰ আন্তৰিকতা দেখি গীৰ্জ্জাৰ বাকী

সেৱক সকল আচৰিত হ'ল।

পুৰোহিত সকলে বান্ধি থোৱা গীৰ্জ্জাৰ কিছুমান নীতি নিয়ম আছিল। দুখীয়াইঁতে সহায় পাব খুজিলে গীৰ্জ্জাৰ ধৰ্ম্ম গ্ৰহণ কৰিবই লাগিব। প্ৰত্যেকজন মানুহৰ বিষয়ে ভাল বেয়া নামে নামে খতিয়নিত লিখা থাকিব। প্ৰাৰ্থনাত যোগ দিবলৈ কোনো'ৱে আওহেলা বা দোধোৰ মোৰ কৰিলে সহায়ৰ পৰা বঞ্চিত হ'ব। অ'ৰু ভালেমান আইন কানুন আছিল।

মাৰ্গাৰেটে এই কৰাকপ্‌ছা নিয়ম বোৰৰ হেৰ ফেৰ কৰিব খুজিছিল। তেওঁৰ উদাৰ আৰু সহানুভূতিশীল হৃদয়ৰ কাষত দুখীয়াৰ ধৰ্ম্মভেদ বা জাতিভেদ নাই। তেওঁলোকক শত্ৰু মিত্ৰ ভাবি হেচ্‌ টেপ্‌ কৰাটো যুগুত নহয়। গীৰ্জ্জাৰ মুখ্য পুৰোহিত আৰু যাজক সকলক বৰ ভাৰস্থিৰে বুজালে আৰু প্ৰতিবাদ কৰি ক'লে—

"এনে নীতি মানৱতা বিৰোধী। মানৱ সেৱাত ধৰ্ম্ম অ'ৰু জাতি বিচাৰ থাকিব নোৱাৰে।"

নৈষ্ঠিক যাজক সকলে তেওঁৰ যুক্তি মানি ল'ব নোৱাৰিলে। আমঠ যাজকৰ মইমতালিত মাৰ্গাৰেট ক্ষুব্ধ হ'ল। সকলোকে তধা লগাই তেওঁ এ'দিন গীৰ্জ্জাৰ পৰা বিদায় লৈ গুচি আহিল।

মাৰ্গাৰেট ইমানতে ক্ষান্ত নহ'ল। দুখীয়াৰ দুখ তেওঁ মৰ্ম্মে মৰ্ম্মে উপলব্ধি কৰিছিল। তেওঁলোকৰ অভাৱ-অভিযোগ, দুখ-যাতনাৰ কথা দেশৰ সকলোকে জনাই দিবলৈ লিখনি হাতত তুলি ল'লে। তেওঁ এৰি থৈ অহা গীৰ্জ্জাৰ ভিতৰ চ'ৰাত চলি থকা ব্যভিচাৰ কদাচাৰৰ বিপক্ষে মুকলিকৈ চিঠি লিখিলে, "নৰ্থ ওৱেলচ, গাৰ্জেন" ত। "ডব্লিউ নীলাচ", "অন্ত্যজ" আদি ছদ্ম নাম দি সংস্কাৰ মূলক প্ৰবন্ধ লিখি খবৰ কাগজত প্ৰকাশ কৰিলে। তেওঁৰ শক্তিমান লিখনিৰ জৰিয়তে ভালেখিনি ধনো ঘটিলে। শ্ৰমিক সকলৰ কল্যাণৰ অৰ্থে মুকলি কৰা চিকিৎসালয়, খেলা পথাৰ, চলন্ত পুথিভড়াল, সংস্কৃতি কেন্দ্ৰ আদিলৈ এই ধনৰ পৰাই বুজন পৰিমাণে বৰঙ্গণী আগবঢ়ালে।

এই অনুষ্ঠান বোধৰ অৰ্থেই চুম্বক কৰ্মী সকলৰ সৈতে চান্দা তুলি ফুৰোঁতে মাৰ্গাৰেটে এজন ডেকাৰ সতীৰ্থ হিচাপে লগ পালে। ডেকাজন আছিল কোনোবা এটা ৰসায়নিক গবেষণাগাৰৰ ইঞ্জিনিয়াৰ। ওধ, কাগৈকৈ সেই ডেকাজন কেৱল যে সুদৰ্শনেইহে আছিল এনে নহয়, তেওঁ আছিল চৰিত্ৰবান, সাহসী আৰু সেৱা পৰায়ণ। তেওঁৰ মিহি চেলাউৰিত আছিল মোহনীয় শক্তি, চকুত বুদ্ধিৰ দীপ্তি। মাৰ্গাৰেটৰো দেহলতা আগতকৈ বেছি মৰ্যাদাপূৰ্ণ আৰু বেছি মাধুৰ্য্যময় হৈ উঠিছিল। তেওঁক লগ পোৱাৰে পৰা তেওঁৰ প্ৰতি মাৰ্গাৰেটৰ অনুৰাগ আৰম্ভ হ'ল। আগেয়ে পোৱাৰ নোপোৱা এক বেদনাৰ অনুভূতিয়ে তেওঁৰ মনটোক আবৰি ধৰিলে। এক অদম্য শক্তিয়ে তেওঁৰ কাষলৈ তেওঁক যেন টানি নিব খুজিলে।

উদ্দাম উচ্চল প্ৰাণপ্ৰাচুৰ্য্যপূৰ্ণ সুষমাময়ী নাৰী মাৰ্গাৰেটৰ প্ৰতিটো কাম, প্ৰতিটো কথাই, প্ৰতিটো অঙ্গ সঞ্চালনে যুৱকৰ বুকুত কিবা এক নতুন সুখৰ শিহৰণ তুলি তেওঁৰ সৰ্ব্বাঙ্গ কঁপাই তুলিলে। উভয়ে উভয়ৰ সমস্ত সত্তাত কি এক অদ্ভুত আলোড়ণৰ সৃষ্টি কৰিলে। দুজুৰি চকুত সেই আশ্চৰ্য্য শক্তিয়ে অপূৰ্ব্ব দীপ্তি ঢালি দি খেলিবলৈ ধৰিলে।

এই পবিত্ৰ প্ৰেম লুকুৱাই থ'বলৈ তেওঁলোকে কোনো যত্ন নকৰিলে। যুৱকজনৰ মাকক মাৰ্গাৰেটে গীৰ্জাত লগ পাই সকলো কথা ভাঙি কৈ পেলালে। মাকে সন্মতি দিয়াত তেওঁলোকৰ হিয়াদুখনি উলাহেৰে ওপচি পৰিল। বৰ ধুমধামেৰে বিয়াৰ যা-যোগাৰ কৰিলে। কিন্তু নিয়তিৰ কি পৰিহাস ডেকাজন টান নৰিয়াত পৰি কেইদিন মানৰ ভিতৰতে ঢুকাই থাকিল।

সপোনতো ভাবিব নোৱাৰা এই আকস্মিক শোকাবহ দুৰ্ঘটনাই মাৰ্গাৰেটক যেন পিহি পেলালে। তেওঁৰ হিয়াখন ভাগি-চিগি খান বান হৈ গ'ল। সকলো শেষ হ'ল। অনাঘ্ৰাত কুসুম পাহিৰ পাপৰিবোৰ হঠাতে নিকৰুণ বতাহ ছাটিয়ে আহি সিচঁৰতি কৰি পেলালে চাৰিও

কালে।

বেম্বহাম ত্যাগ কৰি ১৮৮৯ চনত তেওঁ চেষ্টাৰলৈ গুচি আহিল।

# কণ কণ ময়নাহঁতৰ শিক্ষয়িত্ৰী মাৰ্গাৰেট।

মাৰ্গাৰেটে একৈশ বছৰ বয়সত ভৰি দিলে। তেওঁ আজিও অকলশৰীয়া। পুথিৰ পাতৰ বাহিৰে তেওঁ ক'তো শান্তি নেপায়।

চেষ্টাৰৰ পৰা মাথোন বাৰ মাইল নিলগত লিভাৰপুল ডাঙৰ চহৰ। মাৰ্গাৰেটৰ ভনীয়েক মে ই তাতে শিক্ষয়িত্ৰী চাকৰি এটা যোগাৰ কৰি লৈছে। ভাইটি ৰিচমণ্ডেও তাতে কলেজত পঢ়িছে। মাৰ্গাৰেটে মাকলৈ চিঠি এখন লিখিলে—

"আই, তুমি লিভাৰপুললৈ গুচি আঁহা। তোমাৰ দুজনী জীয়াৰী। দুয়ো নিজৰ সামৰ্থ্য অনুসৰি আয় কৰিছোঁ। তুমি আৰু পৰিশ্ৰম কৰিবৰ আৱশ্যক নকৰে।"

ৰৰজীয়াৰীৰ চেনেহৰ চিঠি খনি পাই মেৰীয়ে নথৈ সুখ পালে আৰু লিভাৰপুললৈ গুচি আহিল। মাক আৰু ভাইটি-ভনীটী হঁতক কাষতে পাই মাৰ্গাৰেটৰ আনন্দৰ সীমা নোহোৱা হ'ল। তেওঁ সঘনে লিভাৰপুললৈ অহা যোৱা কৰিবলৈ ধৰিলে।

মাৰ্গাৰেটৰ শিক্ষয়িত্ৰী জীৱনৰ পাঁচ বছৰ পুৰ হ'ল। তেওঁ বঢ়িয়াকৈ উপলব্ধি কৰিলে— ষয়সীয়া ল'ৰাছোৱালীক শিক্ষা দিয়াতকৈ কণ কণ ল'ৰা ছোৱালীক শিক্ষা দিয়া কাম হাতত ললে ভবিষ্যত সমাজ খনৰ কাৰণে বেছি কল্যাণকৰ কাম কৰা হ'ব। তেওঁ দেশ বিদেশৰ শিশুমনৰ বিশেষজ্ঞ সকলৰ লিখাবোৰ পঢ়িবলৈ ধৰিলে। চুইজাৰলেণ্ডৰ পেষ্টালজি আৰু জাৰ্মানীৰ ফ্ৰোবেলে লিখা শিশু শিক্ষা বিষয়ক কথাবোৰ তেওঁৰ মনত লাগিছিল। শিশুটি হঁতৰ মনবোৰ একোটি হঁত পদুম কলি। বেলিৰ পোহৰ আৰু বতাহৰ বা লাগি

সিহঁত লাহে লাহে পাহ মেলি উঠি চৌপাশে সৌৰভ বিলায়। যদি বতাহ আৰু পোহৰৰ ছাটি নপৰে শিশুৰ সুকোমল মনবোৰ মোলান পৰি মৰহি যায়। বাহিৰৰ পৰা পোহৰ আৰু বতাহৰ নিৰ্ম্মল সোঁত, কলিটি হঁতৰ ফাললৈ আলফুলকৈ বোৱাই দিয়াই শিক্ষক সকলৰ কাম।

তেওঁলোকে কয় — শিক্ষক সকলে প্ৰথমতে তালকৈ বুজি লোৱা উচিত, শিশুৰ মনে কি বিচাৰে, কোনফালে ঢাল ল'ব খোজে। তাৰ পিছত হে শিক্ষাদান কৰা যুগুত। শিশুৰ মন অধ্যয়ন কৰা তেওঁলোকৰ প্ৰথম পদক্ষেপ, শিক্ষা দান কৰা দ্বিতীয় খোজ হে।

লিভাৰপুলৰ শিশুমনৰ বিশেষজ্ঞা আৰু ফ্ৰোবেলৰ শিষ্যা কুমাৰী লী ডিউৰ লগত মাৰ্গাৰেটৰ চিনাকী হ'ল। লীউৱে ক'লে—

"আমি শিশু শিক্ষাতেই বিশেষ ভাৱে গুৰুত্ব দিয়া উচিত। মই লণ্ডনত নতুন ধৰণৰ এখন স্কুল খুলিছোঁ। তুমি মোক সহায় কৰিবানে?"

লী ডিউৰ প্ৰস্তাৱ শুনি উৎসাহ আনন্দত মাৰ্গাৰেট উৎফুল্ল হৈ উঠিল। তেওঁ লণ্ডনলৈ যাব। তেওঁ নিশ্চয় সহায় কৰিব। ইংলণ্ডৰ ৰাজধানী লণ্ডন। পৃথিৱীৰ সকলোজাতিৰ ভাৱ-চিন্তা, সভ্যতা-সংস্কৃতি থুপ খাই এখনি সৰু পৃথিৱী। প্ৰতিভাৰ জেউতিৰে তৰৰৰাই উঠা মাৰ্গাৰেটৰ নিমিত্তে লণ্ডনেই উৰ্ব্বৰ ভূমি। তালৈকে তেওঁ নিশ্চয় যাব।

লিভাৰ পুলত ডেকা সাহিত্যিক সকলে "গুড্ চান দে ক্লাব" নাম দি এটা সাহিত্য চ'ৰা পাতিছিল। মাৰ্গাৰেটে মাকৰ মুখত শুনা পুৰণি কথাবোৰ আৰু তেওঁলোকৰ ঘৰুৱা সৰুসুৰা ঘটনা বোৰকে লৈ একোখনি ৰস ৰচনা লিখি সেই চ'ৰাত পাঠ কৰি সকলোকে আমোদ দিছিল। প্ৰাস লগাই লিখা একোটা হুঁত খুহুতীয়া কথাত সভ্য সকলে গিৰ্জ্জনি পাৰি হাঁহি উঠিছিল।

সৰু কাল.ছাৱাত আইতা-ককাদেউতা আৰু মাক-দেউতাকে সদায় তেওঁক উপদেশৰ লগতে উৎসাহ দিবলৈ নেপাহৰিছিল। তেওঁলোক সদায় সতৰ্ক আছিল— কাৎচিতো যাতে তেওঁৰ মনটো জামৰি যাবলৈ নাপায়। বং বহইছ, ফুৰা-চকা, কিতাপ পত্ৰ, সাধুকথা, দেশকথাৰে জীপ

দি তেওঁৰ মনটোক একেবাৰে সঁজাল ধৰাই ৰাখিছিল। মার্গাৰেটে দকৈ গমি চালে—

সকতে তেওঁলোকে তেওঁক যেনে ভাৱে গঢ় দিছিল, থিক তেনে ভাৱেই গঢ় লৈ তেওঁৰ মনটো পূৰ্ণ হৈ উঠিছে। শিশু শিক্ষাৰ সাধাৰণ সূত্ৰটি যেন তেওঁৰ চকুৰ আগত জল্ জল্ পত্ পত্ হৈ ধৰা দিলে।

# শিক্ষয়িত্ৰী মার্গাৰেট আৰু লণ্ডনৰ সুধি সমাজ

ভাইটি-ভনীটী আৰু মাকবো লগতে লৈ মার্গাৰেট লণ্ডনলৈ আহিল। ৰীডিউৰ স্কুলখন ক্ষণ কণ পোনাইঁতৰে ভৰি আছিল। সিহঁত যেন একোটি গোলাপৰ কলি। মনবোৰ সিহঁতৰ মাখনৰ দৰে কোমল। আলফুলকৈ সিহঁতক ফুলাই তুলিব লাগিব। মার্গাৰেটৰ অপাৰ আনন্দ।

বছৰচেৰেক ৰীডিউৰ স্কুলত কাম কৰি স্বাধীন ভাৱে এখন স্কুল খুলিবলৈ মার্গাৰেটৰ ইচ্ছা হ'ল। লণ্ডনৰ উইম্বলডন চুবুৰিতে এখন স্কুল খুলিলে। লগত ল'লে এবেনজাৰ কুক নামৰ এজন শিল্পীক। কুকে নানা তৰহৰ ৰং আৰু ছবিৰ লগত অকণি হঁতক চিনাকী কৰাই দিছিল। চাৰি বছৰৰ পৰা ছয় বছৰীয়া ভাইটি-ভনীটীহঁতে স্কুলৰ চৌহদৰ ভিতৰত মুকলি মনেৰে খেলিছিল আৰু শিকিছিল। খেলা-ধূলাৰ সকলোবোৰ সা-সজুলি যতনাই দিয়া হৈছিল। মনৰ অভিৰুচি অনুসাৰে তেওঁলোকে নিজে নিজে বাচি লৈ খেলে। মার্গাৰেটে প্ৰত্যেকটি শিশুৰ গতি বিধিলৈ নিবিৰ দৃষ্টি ৰাখি আৱিষ্কাৰ কৰে— কোনটি শিশু কি গুণৰ অধিকাৰী। সেই গুণ আৰু স্বভাৱ অনুযায়ী প্ৰত্যেককে শিক্ষা দিয়াৰ চেষ্টা কৰে।

এখন স্বাধীন ধৰাট জগতৰ তেওঁলোক অধিবাসী। ওপৰত

অবিৰাম অমৃত বৰষি থকা উদাৰ আকাশ, সন্মুখত বং বহইছেবে ওপচা সেউজবুলীয়া বহল পৃথিৱী। ইয়াত আকৌ কঠোৰ বাধা নিষেধৰ আবৰ্জনা কিয়? তেওঁলোকৰ মগজুত স্বাধীন সুষ্ঠু সবল চিন্তাৰ অঙ্কুৰ সন্তৰ্পণে গজাই তুলিব লাগিব। তাৰ বাবে স্কুলত সৃষ্টি ক'বব লাগিব এটি মুক্ত পৰিবেশ।

মাৰ্গাৰেটে ভাবিছিল—

সৃষ্টি ধৰ্মী আৰু স্বাধীন চিন্তাৰ গৰাকী, একোজন নাগৰিক হিচাপে প্ৰত্যেকটি শিশুক গঢ় দি তোলাই তেওঁৰ শিক্ষয়িত্ৰী জীৱনৰ পবিত্ৰ ব্ৰত।

"আধুনিক শিক্ষা সমিতি" নামেৰে এখন সমাজ গঠন হৈছিল লণ্ডন চহৰত। আধুনিক শিক্ষা প্ৰণালীৰ বিষয়ে গভীৰ ভাৱে চিন্তা চৰ্চ্চা কৰাই এই সমিতিৰ উদ্দেশ্য আছিল। এই সমিতিৰ জৰিয়তে ঠায়ে ঠায়ে মাৰ্গাৰেটে শিক্ষা বিষয়ক চিন্তাশীল বক্তৃতা দি ফুৰিবলৈ ধৰিলে।

তেওঁ কৈছিল—

শিশুক স্বাধীনতা দিব লাগে। মৰম চেনেহৰ অতিপাত আকলুৱা মাক বাপেকে ল'ৰা-ছোৱালীক চকুৰ আগত ৰাখে। হোৱাই নোহোৱাই একেৰাহে ডাবি ধমকি দি ভয় কৰে। শিক্ষক সকলেও লেল্ পেল্ নিছিগাকৈ শাসন হে কৰিব জানে। তেওঁলোকৰ কোনোৱে শিশুৰ মানসিক গঠনৰ বিষয়ে অকনো ভু নাৰাখে। ল'ৰা-ছোৱালীৰ ধৰ্মনিষ্ঠা মানো বাপ নথকা বিষয় কিছুমান তেওঁলোকৰ মূৰত জাপি দিয়া হয়। ফলত তেওঁলোকৰ মনবোৰ দুৰ্ব্বলতা আৰু হতাশাই আবৰি ধৰে। অনাৱশ্যকীয় সংকোচ আৰু ভিকতাই বাঁহ লয়। এজন সবল সুস্থ মানসিক স্বাস্থ্যৰ নাগৰিক গঢ়ি তোলাৰ বাটত এনে ধৰণৰ শিক্ষা ডাঙৰ হেঙাৰ।

চেক্সপীয়াৰৰ নাটক আৰু কবিতা আদি কৰি সাহিত্যিক সকলৰ ৰচনা মাৰ্গাৰেটে গভীৰ ভাৱে অধ্যয়ন কৰিছিল। অৱসৰ সময়ত তাৰেক

বিচমণ্ডে এখন এখনকৈ চেক্সপীয়াৰৰ নাটকবোৰ পঢ়ি শুনায়। অপেৰা হাউচত সেই নাটকবোৰৰ অভিনয় চাবলৈকো তায়েকৰ লগত যায়।

বিশ্ববিখ্যাত ঔপন্যাসিক টমাচ হাৰ্ডি আৰু তেওঁৰ ভায়েক যশস্বী সাংবাদিক অকৃটেভিয়াচৰ ঘৰত লিখক সকলৰ চ'ৰা বহে। মাৰ্গাৰেট সেই চাকৃটোৰ মৌবাণী হৈ পৰিল। লাহে লাহে অক্টেভিয়াচৰ "উইমব্লেডন নিউজ" "ৰিভিউ অব ৰিভিউজ" আৰু "ৰিচার্চ" আদি কাকতত ৰাজনীতি, সমাজনীতি আৰু বিজ্ঞান সম্বন্ধীয় প্ৰবন্ধ মাৰ্গাৰেটৰ শক্তিশালী লিখনিৰ পৰা প্ৰকাশ পাবলৈ ধৰিলে। বুৱৰ যুদ্ধ সম্পৰ্কীয় কেইটিমান চিন্তাশীল প্ৰবন্ধও প্ৰকাশ পালে। ইয়াৰ ওপৰিও লণ্ডনত গঠিত হোৱা "ফ্ৰি আয়াৰলেণ্ড" নামৰ বিপ্লৱী দলটোৰ লগতো ঘনিষ্ঠ ভাৱে তেওঁ জৰিত হৈ পৰিল।

উইমব্লেডনত আৰু এখনি নতুন স্কুল খুলিলে। নাম থ'লে "ৰাস্কিন স্কুল।" শিশু শিক্ষাৰ ওপৰিও শিশু মনস্তত্বৰ বিষয়ে গবেষণা আৰু আলাপ আলোচনা কৰিবৰ উদ্দেশ্যে পণ্ডিত সকলক ইয়ালৈ নিমন্ত্ৰণ কৰি অনা হৈছিল। এবেনজাৰ কুকৰ পৰা চিত্ৰকলাৰ কৌশল বোৰ মাৰ্গাৰেটেও শিকি লৈছিল।

এখনি সাহিত্যিক সকলৰ সমাজ গঢ়ি উঠিছিল ডোভাৰ ষ্ট্ৰীটত। সমাজ খনিৰ নাম থোৱা হৈছিল "চিচেম ক্লাব"। টি এইচ. হাক্সলিৰ দৰে বৈজ্ঞানিক, জৰ্জ বাৰ্নাৰ্ড শ্ব'ৰ দৰে সাহিত্যিক এই ক্লাবলৈ আহিছিল। তাত আৰ মেকৃনীন (পিছত লৰ্ড কুছেন ডন), লেডী ৰিপন, লেডী ইচাবেলা মাৰ্গচনক মাৰ্গাৰেটে অন্তৰঙ্গ বন্ধু ৰূপে পাইছিল। বিখ্যাত ৰুছ বিপ্লৱী প্ৰিন্স ক্ৰপটনিকৰ লগতো তেওঁৰ ভালকৈ চিনাকী হৈছিল।

উজ্জল জ্যোতিষ্ক মণ্ডলী থূপ খাই গঢ়ি উঠা সমাজৰ আগত শিশু মনস্তত্ব আৰু নাৰীৰ অধিকাৰ সম্বন্ধে মাৰ্গাৰেটে নিত্য নতুন বক্তৃতা দিছিল। গভীৰ চিন্তা, বুদ্ধি, মেধা, বাগ্মিতা, ৰচনাশক্তি

আৰু সৰল ব্যক্তিত্বৰে মাৰ্গাৰেটে অতি সোনকালে লণ্ডনৰ সুধী সমাজৰ শ্ৰদ্ধা আকৰ্ষণ কৰিলে। পিছৰ কালে তেওঁৰ ওপৰত "চিচেম ক্লাব" ৰ সম্পাদিকাৰ ভাৰ দিয়া হ'ল।

## যুৱতী মাৰ্গাৰেটৰ বিচ্ছেদ-বেদনা যীশু আৰু বুদ্ধ।

ৰক্ষণশীল পৰিয়ালৰ চেচুকৰ চাঁত বঢ়া, ৰ'দৰ ছাট্ পালেই জুঁয় পৰি যোৱা গাভৰু মাৰ্গাৰেট নাছিল। ঊনৈছত বা বলাই ফুৰা অতি আধুনিকা কৰিও মাক দেউতাকে তেওঁক গুঢ়ুলিছিল। ধৰ্ম, সাহিত্য, কাব্য কৰিতা জ্ঞান-বিজ্ঞানৰ চৰ্চ্চা আৰু উলাহ আনন্দ ভৰা ঘৰখনৰ ভিতৰৰ শুদ্ধ ৰসাল বায়ু কেতিয়াও দূষিত হ'বলৈ নাপাই-ছিল। কণ কণ ভাইটি ভনীটীহঁতৰ কোমল মনত কাৰোবাৰ বিৰুদ্ধে কেতিযাবা অকণমানো বিহ জমা হৈ আজীৱন দুখকোৱা ঘা তৈয়াৰ কৰিবলৈ অলপো সুৰুঙা নোলাইছিল। তেওঁৰ নাৰীসুলভ গাম্ভীৰ্য্য আৰু কমনিয়তাৰ এচুলি মানো হ্ৰাস নহৈছিল। সুশিক্ষা আৰু সৌজন্যৰ প্ৰতিমূৰ্ত্তি আছিল আয়ুষ্মতী মাৰ্গাৰেট।

সকলো নাৰীৰ দৰেই মাতৃত্বৰ গৌৰৱেৰে নিজক মহিমান্বিতা কৰি তোলাৰ পবিত্ৰ আকাংখাটিয়ে তেওঁৰ হিয়াৰ তলিত ভুমুকি মাৰিছিল। কিন্তু নিয়ন্তা পৰমেশ্বৰে কি মহান উদ্দেশ্য সাধন কৰিবলৈ তেওঁৰ আশা পূৰণ নকৰিলে। আন দ্বিতীয় এজন ডেকাক তেওঁ প্ৰাণ ঢালি ভাল পাইছিল। কিন্তু তেওঁৰ সেই প্ৰেমাস্পদ যুৱকজনে তেওঁক প্ৰবঞ্চনা কৰি আন এগৰাকী যুৱতীৰ পাণি গ্ৰহণ কৰিলে।

মাৰ্গাৰেটৰ সহজ সৰল অন্তঃকৰণে এই বিচ্ছেদৰ আঘাট কোনোমতে সহিব নোৱাৰিলে। তেওঁ বাউলীৰ দৰে হাহিকন্দৰ

অতি মৰমীয়াল কুমাৰী কলিন্সৰ কাষ পালেগৈ। অকনো আঁৰ নকৰাকৈ অন্তৰৰ সকলো দুখ তেওঁৰ আগত কৈ পেলালে। বিদুষী মহিলা কলিন্সে মৰমসনা উপদেশেৰে মাৰ্গাৰেটক শান্ত কৰিলে—

"মাৰ্গো জীৱন জুৰি পোৱা সুখ দুখ দুয়োটা সত্য। দুয়োটাই বাঞ্ছনীয়। দুখৰ কঠোৰ আঘাটত তোমাৰ হৃদয় দুৱাৰ মুকলি হৈ যাব। তেতিয়া সেই মনোৰম মনোময় ৰাজ্যখনিত সোমাই পৰি তুমি আনন্দত আপ্লুত হৈ উঠিবা। বুজিবা সংসাৰৰ সুখ, দুখ মায়া মৰীচিকা মাথোন। ধৈৰ্য্য ধৰা, সহনশীলা হোৱা. মাৰ্গো প্ৰেমময়ৰ চৰণত আত্মনিবেদন কৰা, হিয়া উবুৰিয়াই দি প্ৰাৰ্থনা কৰা। তেতিয়া দেখিবা, তেওঁৰ প্ৰেমৰ সোঁত নিছিগা ধাৰেৰে বৈ আহি তোমাক বুৰাই পেলাইছে। জীৱনলৈ দুখৰ ধুমুহা আহে, মানৱ হৃদয়ত প্ৰেমৰ আকাশ চুমা তৰঙ্গ তুলিবলৈ। তেতিয়া প্ৰেমৰ বানেৰে দুকুল টঁকা হৈ উপচি পৰা হিয়া খনিৰে তুমি আগুৱাই যাবা ঈশ্বৰ পুত্ৰ যীশুৰ কাষলৈ। তেওঁ তোমাৰ প্ৰেমাস্পদ হ'ব। তুমি সেই অনিৰ্ব্বচনীয় আনন্দৰ সাগৰত ডুব দি কিমান আত্মপ্ৰসাদ লাভ কৰিবা, মাৰ্গো এবাৰ ভাবি চোঁৱা। বিচ্ছেদ-বেদনা আৰু বিক্ষোভ ভৰা প্ৰেম, সেই অজানা প্ৰেমৰ তুলনাত একেবাৰে তুচ্ছ, নগণ্য আৰু ল'ৰাৰ খেলা।"

দেশজুৰি মাৰ্গাৰেটৰ নাম যশ বিয়পি পৰিছিল। কৰ্ম্মবহুল এক হুলস্থুলীয়া পৰিবেশত সোমাই পৰি মাৰ্গাৰেটে ব্যক্তিগত জীৱনৰ দুৰ্ভাৱনা-দুশ্চিন্তাৰ পৰা আঁতৰি আছিল। তথাপি থাকি থাকি সেইবোৰ মনত উক্ দি তেওঁক মাজে মাজে খন্তেকলৈ হ'লেও অথিৰ অবিৰ কৰি তুলিছিল। সদায় এটা নিঃসঙ্গ জীৱন লৈ থকাটো মানুহৰ কাৰণে উজু কথা নহয়। কেতিয়াবা তেওঁ ঈশ্বৰৰ প্ৰতি বিদ্ৰোহী হৈ উঠিছিল আৰু ভাবিবলৈ বাধ্য হৈছিল—

ঈশ্বৰ নিষ্ঠুৰ, তেওঁ নিৰ্দ্দয়, তেওঁ নিকৰুণ। ঈশ্বৰে তেওঁক সমাজত সম্মান, যশস্যা, পদমৰ্যাদা, সকলো দিছে। কিন্তু ব্যক্তিগত

জীৱনত তেওঁক ইমান কঙাল আৰু আঘাটৰ পাছত আঘাট দি ইমান বিকল কৰি থৈছে !

জ্ঞান আৰু অভিজ্ঞতাৰ পৰিসৰ নিতে নিতে বাঢ়ি যোৱাৰ লগে লগে সন্দেহৰ ছাঁয়াই তেওঁৰ মনটোক আবৰি ধৰিছিল। খ্ৰীষ্টান ধৰ্ম্মনীতিৰ সূত্ৰ সমূহৰ সত্যতাৰ ওপৰতো তেওঁৰ সন্দেহ জন্মিল। সৰ্ব্বসাধাৰণৰ মন যোগাবলৈ সজাই পৰাই উলিওৱা খ্ৰীষ্টান ধৰ্ম্মৰ লৌকিক ফালটোৰ প্ৰতি তেওঁৰ আকৰ্ষণ একেবাৰে নোহোৱা হ'ল। খ্ৰীষ্টান ধৰ্ম্মশাস্ত্ৰই কৈছে—

একমাত্ৰ প্ৰভু যীশুৱেই প্ৰাণীক মুক্তি দিব পাৰে। পৃথিৱীৰ সকলো মানুহ অনন্ত পাপ সাগৰৰ আথাউনিত ডুবি আছে।

মাৰ্গাৰেটৰ মনত প্ৰশ্নৰ উদয় হৈছিল—

প্ৰভু যীশু ত্ৰাণকৰ্ত্তা সঁচা। কিন্তু কেৱল এজনেই ত্ৰাণকৰ্ত্তা ? একমাত্ৰ যীশুৱেই ? ধৰিত্ৰীৰ উদাৰ বুকুত আৰু আন ত্ৰাণকৰ্ত্তাও থাকিব নোৱাৰে জানো ?: নিশ্চয় আছে।

সকলো মানুহেই পাপত ডুবি আছেনে ? পাপে পৰশ কৰিব নোৱাৰা পুণ্যাত্মা লোকো পৃথিৱীত থাকিব নেৱোৰে জানো ?

মাৰ্গাৰেটৰ বয়স তেতিয়া উনত্ৰিশ বছৰ। ধৰ্ম্ম বিষয়ত অশান্ত মাৰ্গাৰেটৰ চকুৰ আগত হতাশাৰ ডাঠ কুঁৱলি। তেওঁ প্ৰকৃতি বিজ্ঞান অধ্যয়নতো মনোনিবেশ কৰিলে। কিন্তু স্থিৰ সত্যৰ সন্ধান তেওঁ ইয়াতো বিচাৰি নেপালে।

এইবাৰ বৌদ্ধ ধৰ্ম্ম সাহিত্যৰ বুকুত গভীৰ ভাৱে ডুব দিলে। বিশ্বমানৱৰ ত্ৰাণকৰ্ত্তা গৌতম বুদ্ধ। যীশুখ্ৰীষ্টৰ কিমান হাজাৰ বছৰ আগতে আবিৰ্ভাৱ হৈছিল এচিয়াৰ বুকুত এই অপূৰ্ব জ্যোতি।

তথাগত বুদ্ধই কৈছে—

মানুহেই সকলো। বুদ্ধত্ব মানুহৰ হাতৰ তলুৱাত সেই বোধিলাভ সকলো মানুহেই কৰিব পাৰে।

এই আপ্তবাক্যই মাৰ্গাৰেটৰ অন্তৰত বিদ্যুতৰ দৰে ক্ৰিয়া কৰিলে।

প্ৰাণৰ উচ্ছ্বাসত তেওঁৰ গোটেই শৰীৰ শিঞৰি উঠিল। জ্ঞান, প্ৰজ্ঞা, বোধি, নিৰ্ব্বাণ! কি বিচিত্ৰ শব্দ! কি তাৰ আকৰ্ষণ!

মাৰ্গাৰেট নতুন পৃথিৱীৰ নতুন মানুহ। তেওঁৰ দৃষ্টি নতুন। চোৱাৰ ভঙ্গীওতো নতুন। নতুন চকুৰে নতুন ৰূপত সনাতন সত্যক নকৈ চোৱাৰ তেওঁৰ যি অনিৰ্ব্বাণ তৃষ্ণা তাৰ নিৰ্ব্বাণ বাৰু কোনে কৰিব? কোন সেইজন মহানুভৱ, কৰুণাৰ আধাৰ? তেওঁৰ মৰু-জীৱনলৈ সেই অমৃত ধাৰাক বোৱাই আনোতা, কোন সেইজন অমৃতৰ পুত্ৰ?

—আহাঁ, এবাৰ ধৰা দিয়াঁ, হে দেৱদূত!

অবিৰাম সাতবছৰ ধৰি পিপাসাৰ কি অসহ্য উত্তাপ, ভাৱনাৰ কি দাৰুণ যাতনা, মাৰ্গাৰেটে ভোগ কৰিবলৈ ধৰিলে।

# লণ্ডনৰ সৰু বুলনি চ'ৰা এটিত ভাৰতবৰ্ষৰ এজন সন্ন্যাসী

এদিন মাৰ্গাৰেট গভীৰ চিন্তাত তন্ময় হৈ আছিল। এনে অৱস্থাতে চিত্ৰকৰ কুক আহি ওলালহি আৰু ক'লে—

"মাৰ্গাৰেট, তুমি ইজাবেল মাৰ্গচনৰ ঘৰলৈ যোঁৱা। তুমিতো সদায় ঈশ্বৰৰ কথা কৈ থাকা। তালৈ এজন হিন্দু সন্ন্যাসী আহিছে। পৰাধীন ভাৰতবৰ্ষই অতি আদৰ কৰি বুকুত সাবতি লৈ থকা সনাতন হিন্দু ধৰ্ম্মৰ মহান বাণী তেওঁৰ মুখত শুনিবলৈ পাবা।"

মিষ্টাৰ কুকৰ মুখৰ পৰা বাতৰিটো পাই মাৰ্গাৰেটে ততাতৈয়াকৈ "চিচেম ক্লাব" ৰ লেডী ইজাবেলৰ ওচৰ পালেহি।

১৮৯৫ খ্ৰীষ্টাব্দৰ নবেম্বৰ মাহৰ এটি পবিত্ৰ দিন। বা-মাৰলিৰ দৰে আমেৰিকাত তোলপাৰ লগাই এজন হিন্দু সন্ন্যাসীয়ে বেদান্তৰ বাণী লৈ সেই দিনা লণ্ডন পাইছিল গৈ।

আত্মজ্ঞানৰ উত্তুঙ্গ চূড়াত সমাসীন পৰমহংস শ্ৰীৰামকৃষ্ণ আছিল

নিবন্ধৰ। কিন্তু, তেওঁৰ ঋদ্ধি সিদ্ধিত মোহিত হৈ বিশ্ববিখ্যাত মনিষী মোক্ষ মুলাৰে তেওঁৰ শ্ৰেষ্ঠত্ব মুক্ত কণ্ঠে ঘোষণা কৰিছিল। সেই পৰম পুৰুষৰেই শৰণাগত শিষ্য স্বামী বিবেকানন্দ। দক্ষিণেশ্বৰৰ এই মহান সাধক জনৰ দিব্য কৃপাৰ অমৃত ধাৰা শিৰত লৈ অদ্ভুত কৰ্ম্মা বিবেকানন্দই বিশ্বমনীষাক চমকিত কৰি তুলিলে ।

পুষ্পদল, ধূপ ধুনা, অগৰু চন্দনৰ গন্ধত ইজাবেল মাৰ্গাৰেটৰ সেই সৰু বুলনি চ'ৰাটি আমোদিত হৈ আছিল। কেউকাষে পোন্ধৰজনমান শ্ৰদ্ধাবান শ্ৰোতা নীৰৱ নিস্তব্ধ হৈ বহি আছিল। এঠাইত বহিছিল গেৰুৱা ৰঙৰ সাজ পাৰ পিন্ধা এজন তৰুণ সন্ন্যাসী। কঁকালত তেওঁৰ তেজগোৰা ৰঙৰ চাদৰৰ এটা বান্ধ। সেই প্ৰশান্ত আত্মসমাহিত তৰুণ সন্ন্যাসীৰ সুগঠিত সুশ্ৰী দেহৰ পৰা প্ৰকাশ পোৱা এক দৈৱিক সম্মোহনী শক্তিয়ে চাৰিও পাশ বুৰাই থৈছিল। অপৰিমেয় তত্ত্বজ্ঞান আৰু যোগবিভূতিৰ অধিকাৰী তৰুণ তপস্বীজন উপস্থিত সকলোৰে চকুত যেন এক পৰম বিস্ময়! ধ্যানগম্ভীৰ তথাগত বুদ্ধ যেন সম্মুখত বহি আছে। তেওঁৰ উজ্জ্বল চকু জুৰিৰ তীব্ৰ দৃষ্টিত জ্বলিছিল নিৰন্তৰ বিশ্বাসৰ দীপ শিখা। বুদ্ধি, মেধা, আবেগ, কাৰুণ্য, স্নেহ, ব্যক্তিত্ব আৰু শিশু সুলভ সৰলতাৰ সৌৰভেৰে সমুজ্জ্বল এখনি মুখ। মহাশিল্পী ৰাফেলৰ তুলিকাত ধৰা দিয়া আই মেৰীৰ কোলাত থকা শিশু যীশুৰ মুখৰ সেই মোহময় মায়াময় কোমলতাখিনি যেন কোনোবাই অদৃশ্য হাতেৰে তেওঁৰ মুখমণ্ডলত আলফুলকৈ সানি থৈছে। কোনোবা নিপুন শিল্পীৰ জন্মান্তৰ সাধনাত হোৱা আত্মাৰ স্ফুৰণৰ ফলত যেন গঢ় লৈ উঠা এটি দেৱোপম মূৰ্ত্তি।

ধীৰ পদক্ষেপেৰে মাৰ্গাৰেট সোমাই আহি তেওঁৰ সম্মুখত বহি পৰিল। ইজাবেলে অনুবোধ কৰাৰ লগে লগে স্বামীজীৰ ওঁঠত এটি হাঁহিৰ ৰেখা বিৰিঙি উঠিল আৰু তেওঁৰ মেঘ গম্ভীৰ কণ্ঠত প্ৰাৰ্থনাৰ মন্ত্ৰ ধ্বনিত হ'ল—

ওঁম্ শিৱ শিৱ নমঃ শিৱায়!

কি মধুৰ ! কি অপূৰ্ব্ব কণ্ঠ ধ্বনি ! সংস্কৃত বাক্য উচ্চাৰণৰ গম্ভীৰ ধ্বনিয়ে শ্ৰোতা সকলক মোহিত কৰিলে। স্বামীজীয়ে লগে লগে ইংৰাজীলৈ সেই শ্লোকৰ অতুলনীয় অনুবাদ আৰু অপূৰ্ব্ব ব্যাখ্যা কৰি গ'ল। তেওঁলোকে মন্ত্ৰমুগ্ধৰ দৰে আপোন পাহৰি শুনিবলৈ ধৰিলে।

মাৰ্গাৰেটে শুনিছিল, প্ৰমত্ত নিৰ্ভয় পশু পখিৰ কুজন আৰু কীট পতঙ্গৰ গুঞ্জনেৰে মুখৰ প্ৰাচীন ভাৰতবৰ্ষৰ অৰণ্যৰ ঋষি সকলৰ কথা। হোম-যজ্ঞৰ ধোঁৱাৰে ধূৰলি কুঁৱলি হৈ থকা অৰণ্য ভূমিৰ দৰেই যেন ভাৰতবৰ্ষ তেওঁৰ চকুত ৰহস্যাবৃত হৈ আছিল। স্বামীজীৰ মুখত আখৈ ফুটাদি ফুটা একোটি হঁত শব্দৰ ঝংকাৰে, একোটি হঁত ভাৱৰ মূৰ্চ্ছনাই মাৰ্গাৰেটৰ প্ৰাণ তন্ত্ৰীত তীব্ৰ কঁপনি তুলিলে। তেওঁৰ গোটেই শৰীৰ শিঞৰি উঠিল। থাকি থাকি তেওঁৰ ভাৱ হ'ল, তেওঁ যেন গভীৰতাৰ অতল তলিত ডুব দি ইমান দিনে হাবাথুৰি খাই বিচাৰি ফুৰা বস্তুটিক হঠাতে খামুচি ধৰিব খুজিছে। মোহময়, মায়াময়, ৰহস্যময় ভাৰতবৰ্ষ। অস্পষ্টতাৰ ডাঠ কুঁৱলি আঁতৰাই ভাৰতবৰ্ষই তেওঁৰ চকুৰ আগত যেন স্বামী বিবেকানন্দৰ ৰূপত মূৰ্ত্তিমান হৈ উঠিছে।

বহুত দিন ধৰি ভাৰতবৰ্ষ আছিল পৰাধীন। শোষণ, নিষ্পেষণ, উৎপীড়ণত ভাৰতীয় জীৱন দুৰ্ব্বহ হৈ উঠিছিল। দৰিদ্ৰতাৰ কদৰ্য্য পঙ্কত জাতীয় জীৱনৰ ৰথচক্ৰ পোত গৈ গতিহীন হৈ পৰিছিল। স্পন্দন বিৰাতৰ আগমূহুৰ্ত্তত যেন এই মহাজাতিৰ প্ৰাণতন্ত্ৰীত কৰুণ ক্ৰন্দন ধ্বনি তীব্ৰতৰ হৈ উঠিছিল—

আমাৰ জীৱন ঘূৰাই আনা। প্ৰাচুৰ্য্যময় স্বাধীন জীৱনৰ সৌন্দৰ্য্য আমাক উপভোগ কৰিবলৈ দিয়া। আমাক উদ্ধাৰ কৰা।

যুগৰ প্ৰয়োজন সাধনৰ উদ্দেশ্যে, তেওঁ আহিল, যাৰ ব্যক্তিত্বত মনীষা, কৰ্ম্মকুশলতা, আৰু আধ্যাত্মশক্তিৰ অপূৰ্ব্ব সমন্বয় ঘটিছিল, যাৰ পূৰ্ণস্ফুৰিত বেদোজ্জ্বলা বুদ্ধিৰ প্ৰভাত তন্দ্ৰালু ভাৰতবাসীৰ

মনোলোক উদ্ভাসিত হৈ উঠিল, যাৰ অনুপম বাক্ বিভূতি ঐশ্বৰ্য্যই পৃথিবীৰ বুকুলৈ হিন্দু চিন্তাৰ জোৱাৰ আনিলে। তেওঁৰ বৈদ্যুতিক স্পৰ্শত জাতীয় জীৱনৰ মহাব্ৰহ্মপুত্ৰ জোকাৰ খাই উঠি ধীৰে ধীৰে আগবাঢ়িবলৈ ধৰিলে।

# স্বামী বিবেকানন্দ

১৮৯৩ খ্ৰীষ্টাব্দৰ চেপ্তেম্বৰ মাহ। তিৰিশ বছৰ বয়সীয়া তৰুণ সন্ন্যাসী বিবেশ্বৰ বিবেকানন্দ। আমেৰিকাৰ চিকাগো চহৰত বহা বিশ্ব ধৰ্ম্ম মহাসভাত সিংহৰ দৰে থিয় হৈ প্ৰথমতে "আমেৰিকাবাসী মোৰ ভাই-ভনী সকল!" বুলি সম্বোধন কৰাৰ লগে লগে সমবেত শ্ৰোতামণ্ডলীয়ে কৰতালিৰে তেওঁক অভিনন্দন জনালে। তেওঁ জলদ গম্ভীৰস্বৰত ভাৰতৰ ধৰ্ম্ম-সভ্যতা সংস্কৃতিৰ অপূৰ্ব্ব বৰ্ণনা দিবলৈ ধৰিলে। লগে লগে শাওনৰ বাৰিষাৰ দৰে তেওঁৰ সুললিত কণ্ঠৰ পৰা শক্তি আৰু শান্তিৰ বাণী ধাৰাষাৰে নামি আহিল।

মানুহৰ শৰীৰত দৈৱিক চেতনাৰ অপূৰ্ব্ব বিকাশ আমেৰিকাই সেইদিনা দেখিলে। পৰাধীন ভাৰতৰ ওপৰত থকা তেওঁলোকৰ উচ্চাভিমানী মনোবৃত্তিৰ ঘৃণনীয় কপটতা মুহূৰ্ত্তৰ ভিতৰতে মষিমূৰ হৈ গ'ল।

পৰাধীন জাতিৰ ধৰ্ম্ম, হিন্দু ধৰ্ম্ম। এনে এটা সাধাৰণ জাতিৰ সন্তান বিবেকানন্দই পৃথিৱীৰ ধৰ্ম্ম মহাসম্মিলনত কেনেকৈ বক্তৃতা দিব পাৰে? প্ৰথমতে তেওঁক অনুমতি দিয়া নহ'ল। পিছত ভালেমান আবেদন নিবেদনৰ মূৰত তেওঁ বক্তৃতা দিবলৈ পালে মাথোন কেই-মিনিট মানৰ নিমিত্তে। কিন্তু হিন্দু ধৰ্ম্মৰ কি অদ্ভুত মহিমা। বেদান্তৰ কি সম্মোহনী। আত্মোপলব্ধিৰ মহাশক্তিত শক্তিমান বিবেকানন্দই আমেৰিকাৰ বুকুত বক্তৃতাৰ জোৱাৰ তুলিলে। আমেৰিকাৰ

চিন্তাজগতত এক অভূতপূৰ্ব্ব আলোড়ন তুলি হিন্দু ধৰ্ম্মৰ ঐশ্বৰ্য্যৰ প্লাবন বোৱাই দিলে। সেইদিনা সেই মহাসভাৰ সভাপতিয়ে তেওঁক সময় বেছি কৰি দিবলৈ বাধ্য হৈছিল।

বিবেকানন্দই ক'লে—

"ঈশ্বৰ এক আৰু অদ্বিতীয়। আমি বিহুকে সত্য বুলি সাৰটি ধৰিম সেয়ে ঈশ্বৰৰ প্ৰতিনিধি। দেশ কাল পাত্ৰ ভেদে বিভিন্ন ধৰ্ম্মমত, বিভিন্ন ৰূপত আমি তেওঁকেই দেখিছোঁ। আমি সকলো সেই একেজন পৰমেশ্বৰৰ সন্তান। আমাৰ মাজৰ ধৰ্ম্ম সম্প্ৰদায় সমূহৰ মাজত থকা ভেদাভেদ সম্পূৰ্ণ অৰ্থহীন। কুঁৱাৰ ভেকুলীয়ে নিজে বাস কৰা কুঁৱাটোকে সাগৰ বুলি ভবাৰ দৰে, আমি প্ৰত্যেকেই ভাবিছোঁ—আমাৰ ধৰ্ম্ম সকলোতকৈ শ্ৰেষ্ঠ। সেই অদ্বিতীয় পৰম পিতাৰ চকুত আমি সকলোটি একেখনি চোতালতে খেলি, ধুলি লৈ থকা ভাই ভনী। আমাৰ জাতিভেদ মিছা, ধৰ্ম্মভেদৰ পৰা সৃষ্টি কৰা শত্ৰুতা অৰ্থহীন।"

আমেৰিকাৰ ভাৱ জগতত অভূতপূৰ্ব্ব ঘূৰ্ণিবতাহৰ সৃষ্টি কৰা চাইক্লোনিক হিন্দু বিবেকানন্দৰ বাতৰি পৃথিবীৰ দেশে দেশে বিয়পি পৰিল। সেইকালত ভাৰতৰ ভাগ্য নিয়ন্তা সকলৰ দেশ ইংলণ্ডতো এই বাতৰিয়ে খলক লগালেগৈ।

সৰ্ব্বস্বত্যাগী শিৱকল্প পুৰুষ বিবেকানন্দই নিচেই ভাকৰীয়া হাতখনহে লৈ আমেৰিকাৰ মাটিত নামিছিলগৈ। কেইদিনমানৰ ভিতৰতে হাত উদং হোৱাত তেওঁ বৰ বিপাঙত পৰিল। কিন্তু ভগবানৰ ইচ্ছাত আমেৰিকান শিষ্য আৰু শিষ্যা কেইগৰাকীমান লগত লৈ লণ্ডনলৈ অহাৰ আগমুহূৰ্ত্তত এগৰাকী আঢ্যৱন্ত আমেৰিকান ভদ্ৰলোক আৰু এগৰাকী মহিলাই তেওঁৰ ওচৰত সন্ন্যাস ব্ৰত গ্ৰহণ কৰিলেহি। লগতে পাঁচজনে ব্ৰহ্মচৰ্য্য ব্ৰতত দীক্ষিত হৈ তেওঁক যথেষ্ট অৰ্থ সাহায্য দিলে।

## মানুহক ভাল পাই ঈশ্বৰক ভাল পাব পাৰি ।

ভক্তবীৰ বিবেকানন্দই শাসকৰ দেশ ইংলণ্ডৰ মাটিত খোজ পেলালেহি । যি দেশৰ মানুহবোৰে তেওঁৰ স্বৰ্গাদপি গৰিয়সী জনমভূমিক পৰাধীন কৰি ৰাখিছে, সেই দেশলৈ তেওঁ কিয় আহিল ? ঐশ্বৰ্য্যশালী ইংলণ্ডবাসীৰ দুৱাৰে দুৱাৰে গৈ তেওঁ ভিক্ষা বিচাৰিব ?

সৰ্ব্বস্বত্যাগী সন্ন্যাসী স্বামী বিবেকানন্দ । ত্যাগ আৰু কৰুণাৰ মহাবলেৰে তেওঁ সম্পদশালী । তেওঁ আহিছিল দিবলৈ । তেওঁৰ হাতত ভিক্ষা পাত্ৰ নাছিল । আছিল তেওঁৰ উদাৰ বক্ষ ভৰি ভাৰতৰ সনাতন বাণী, বেদান্তৰ অভয় মন্ত্ৰ ! তেওঁ আহিছিল হিন্দু ধৰ্ম্মৰ অমৃত বৰষা নমাই আৰি ইংলণ্ডৰ হৃদয় ভূমিলৈ পৰিবৰ্ত্তন আনিবলৈ ।

স্বামী বিবেকানন্দই ক'লে—

"প্ৰত্যেক মানুহৰ মাজতে আত্মা আছে । আমি সকলোটি আত্মাৰ মহাসাগৰৰ বুকুত উঠা সৰু সৰু তৰঙ্গ । আমাৰ ভিতৰৰ পৰাই উঠা বুদ্ধ যীশু বৃহৎ তৰঙ্গ । আমি কোনো অকলশৰীয়া নহয় । সকলোৱে মিলি আমি একপাৰাপাৰহীন আত্মাৰ মহাসমুদ্ৰ । ভাৰতবৰ্ষই কৈছে, এই আত্মাৰ মৃত্যু নাই । মানুহৰ আত্মাক কোনেও মাৰিব নোৱাৰে । আমি অমৃতৰ পুত্ৰ । এই মহাসত্যৰ উপলব্ধি যাৰ হৈছে, তাৰ কি মৃত্যুলৈ ভয় থাকিব পাৰে ?"

লণ্ডনত স্বামীজী মিষ্টাৰ ষ্টাৰ্ডিৰ ঘৰত কেইমাহমান আছিল । ষ্টাৰ্ডিয়ে মাৰ্গাৰেটক স্বামীজীৰ লগত চিনাকী কৰি দিছিল । পিছৰ জীৱনত ভনী নিবেদিতাই "যেনে ভাৱে মই স্বামীজীক দেখা পাইছিলোঁ" —The Master, as I saw Him—শিৰোনামাৰে লিখা তেওঁৰ কিতাপখনত লিখিছে—

১৮৯৫ চনৰ শীতকালৰ ৰবিবাৰ এটাত আবেলি স্বামী বিবেকানন্দক এটা সৰু বুলনি চ'ৰাত প্ৰথমবাৰ দেখা পাইছিল । ১৮৯৩

চনত চিকাগোত হোৱা ধৰ্ম্ম-মহাসভাত যোগ দি তেওঁ লণ্ডনলৈ আহিছিল। সেই বিশ্বধৰ্ম্ম মহাসভাত তেওঁ কৰা বেদান্ত দৰ্শনৰ সাহসিকতাপূৰ্ণ আৰু পৰিস্কাৰ ব্যাখ্যাই আমেৰিকাবাসীৰ মনত গভীৰ সাঁচ বহুৱালে। তেওঁৰ ওজঃবৰ্ষিণী ভাষাৰ বক্তৃতা ৰাজিয়ে হিন্দু ধৰ্ম্ম, হিন্দু চিন্তা আৰু বিশেষকৈ বেদান্ত দৰ্শনৰ প্ৰতি তেওঁলোকৰ অন্তৰত অসীম শ্ৰদ্ধা আৰু গভীৰ অনুৰাগ সৃষ্টি কৰিলে।

লণ্ডন চহৰৰ বুকুত স্বামীজীৰ অমৃতময় বক্তৃতাৰ বৰষা নামিল। মাৰ্গাৰেটে প্ৰত্যেকটি বক্তৃতাকে মনযোগেৰে শুনিলে। স্বামীজীৰ সকলোবোৰ কথাকে যে তেওঁ বুজিব পাৰিছিল এনে নহয়। কিন্তু তেওঁ উপলব্ধি কৰিছিল—

এই সন্ন্যাসীৰ বাণীত এনে সম্পদ লুকাই আছে, যাক অবহেলা কৰা তেওঁৰ কাৰণে সম্ভৱ নহ'ব। অসীম বুদ্ধিমতী মাৰ্গাৰেটৰ মন আছিল সংশয়ী যুক্তিবাদী আৰু অদমনীয়। স্বামীজীৰ প্ৰত্যেকটি কথাকে আঙুল মাৰি তন্ন তন্নকৈ পৰীক্ষা নকৰি কোনোমতে বিশ্বাস কৰিব নোৱাৰিছিল। স্বামীজীয়ে যুক্তি প্ৰদৰ্শন কৰি দৃঢ় ভাৱে প্ৰতিষ্ঠা কৰা বেদান্তৰ সত্যৰ প্ৰতিও তেওঁ সন্দিহান। বাৰে বাৰে "কিন্তু" আৰু "কিয়" বুলি মাৰ্গাৰেটে প্ৰশ্ন কৰিছিল।

অসীম প্ৰতিভাৰ অধিকাৰী স্বামী বিবেকানন্দ। বেদান্ত দৰ্শনৰ পৰিষ্কাৰ ব্যাখ্যা আৰু বৈজ্ঞানিক বিশ্লেষণেৰে দিয়া তেওঁৰ প্ৰত্যেকটি উত্তৰে মাৰ্গাৰেটৰ মনৰ কুঁৰলি আঁতৰাবলৈ ধৰিলে। তেওঁৰ অদমনীয় মনটো লাহে লাহে ঘোৰ খাই আহিল। মাৰ্গাৰেটে ইমান দিনে প্ৰেম ভক্তি আৰু বিশ্বাসৰ ওপৰত গুৰুত্ব দিয়া নাছিল। স্বামীজীৰ পৰা শুনিবলৈ পালে—

সত্য ৰসন্ত ৰসিক হ'ব পৰাটোৱেই মানুহৰ আচল ধৰ্ম্ম। সেই ৰস প্ৰেম ৰস। বাকীবোৰ বদৰস। ঈশ্বৰৰ প্ৰতি হৃদয়ৰ প্ৰেম আৰু বিশ্বাসৰ জোৱাৰ আনিব লাগিব। অমৃত পুৰুষ যীশুৱে এই শিক্ষাকে দিছে। সেই বিশ্বাসৰ বলতে দস্যু ৰত্নাকৰ বাল্মিকী

হৈছিল। যীশুৱে অন্ধক চকু দিছিল। যদি বিশ্বাস থাকে শক্তিও আহিব। বিশ্বাসত যুক্তি নাই, সুখ আছে। যুক্তিৰ শেষ আছে, বিশ্বাস অশেষ, অসীম।

মানুহক ভাল পাই ঈশ্বৰক ভাল পাব পাৰি। এজন মানুহক প্ৰকৃত ভাৱে ভাল পাব পাৰিলে সকলো মানুহকে ভাল পাব পাৰি। গুৰুৰ প্ৰতি প্ৰেম ভক্তিৰে মন ভৰি পুৰি থাকিলে চিৰকাল আমনি দি থকা অভাৱ বোৰ সূৰ্য্যৰ কিৰণত কুঁৱলিৰ দৰে আঁতৰি যাব। শুদ্ধি-অশুদ্ধিৰ বিচাৰ, যুক্তি তৰ্কৰ আবৰ্জনা, অশুভ দৃষ্টি, সংস্কাৰৰ দম্ভ, সমস্ত আত্ম সত্তাক বিমোৰত পেলোৱা শঙ্কা মৰিমুৰ হৈ যাব। প্ৰেম পূৰ্ণ মনেই আচল মন। সেই মন থাকিলে সকলো থাকিব। অভাৱ নাথাকে, নৈৰাশ্যও নাথাকে।

গভীৰ গুৰুভক্তি আৰু বেদান্তৰ বাক্যত অটল বিশ্বাস— এই সঁচাৰ কাঠি কেইটি হাতৰ মুঠিত ৰাখিব পাৰিলে হৃদয়ত ঈশ্বৰ উপলব্ধিৰ দুৱাৰ খোলাত তেনেই সহজ হৈ পৰিব।

মাৰ্গাৰেটৰ কাৰণে এইটো আছিল একেবাৰে নতুন কথা। যুক্তি বাদী মাৰ্গাৰেটে জ্ঞান বিচাৰৰ দ্বাৰাই ঈশ্বৰৰ অস্তিত্ব নিৰূপণ কাৰিবৰৈ অশেষ চেষ্টা কৰিছিল। তেওঁ ভাগৰি পৰিছিল। এই হিন্দু সন্ন্যাসী জনৰ মুখত কি অপূৰ্ব্ব প্ৰত্যয় সঞ্চাৰী বাক্য! সুপ্ত আত্মাক প্ৰবুদ্ধ কৰি তোলা জ্বলন্ত বাণী!

মাৰ্গাৰেটে দেখা পালে— স্বামীজীৰ শৰীৰৰ চাৰিও পাশ যেন এটি অপৰূপ জ্যোতিয়ে আবৰি থৈছে। সেই পোহৰৰ ইন্দ্ৰজালে যেন তেওঁৰ চকুত ছাট মাৰি ধৰিব খুজিছে। এনে সম্মোহনী মায়া তেওঁ কেতিয়াও ক'তো আৰু দেখা নাই! সেয়ে ধৰ্ম্মৰ প্ৰভা! নিছিগা ধাৰাৰে যেন তেওঁৰ ফাললৈ বৈ আহিব খুজিছে!

বৈ বৈ গুমৰি উঠা এটি বুজিব নোৱাৰা কঁপনিয়ে মাৰ্গাৰেটৰ হিয়াখন থান বান কৰি পেলালে। তেওঁ অনুভৱ কৰিলে—

এয়ে তেওঁৰ মহাজীৱনৰ জন্মক্ষণৰ আগমুহূৰ্ত্ত! এৱেঁই তেওঁৰ পৰমাৰাধ্যতম গুৰু! এটি অপূৰ্ব্ব অনভূতিত তেওঁৰ সৰ্ব্বাঙ্গ শিঞৰি উঠিল!

# মার্গাৰেটৰ অন্তৰ্দ্বন্দ

বহুত দিন সাধনাৰ মূৰত যেন মাৰ্গাৰেটে বুজি পালে—ইমান দিনে তেওঁ যিবোৰ সত্য ধৰ্ম্ম সাহিত্যত পঢ়িছিল আৰু কল্পনা কৰিছিল সেই সকলোবোৰেই মানুহৰ নশ্বৰ শৰীৰত মূৰ্ত্তিমান হৈ ধৰা দিব পাৰে। গ্ৰীষ্মৰ প্ৰখৰ উত্তাপৰ পিছত যেন তেওঁৰ জীৱনলৈ ধাৰাষাৰে শান্তিৰ বৰষা নামি আহিল।

মাৰ্গাৰেটে পিছৰ জীৱনত কৈছিল—

স্বামীজীৰ তিনিটা কথাই তেওঁক আকৰ্ষণ কৰিলে। প্ৰথমটো হ'ল স্বামীজীৰ ধৰ্ম্মচৰ্চ্চাৰ ব্যাপকতা, দ্বিতীয়তে তেওঁ অনা পাণ্ডিত্যৰ নতুনত্ব আৰু ধৰ্ম্ম চিন্তাৰ অনুৰাগ, তৃতীয়তে সেই সৰ্ব্বশক্তিমান, শ্ৰেষ্ঠতম আৰু সূক্ষ্মতম তত্ত্বৰ নামত কৰা তেওঁৰ আহ্বান।

ইয়াৰ ওপৰিও স্বামীজীৰ আকৰ্ষণীয় ব্যক্তিত্ব আৰু চিন্তাৰ উদ্ভাবিকা শক্তিয়ে কুমাৰী মাৰ্গাৰেটক মোহিত কৰিছিল। স্বামীজীয়ে কৰা গীতাৰ ব্যাখ্যাই তেওঁৰ মনত গভীৰ ৰেখাপাত কৰিছিল।

শীতকালত স্বামীজী আমেৰিকালৈ উভতিল। তেওঁ আঁতৰি যোৱাৰ লগে লগে মাৰ্গাৰেটৰ চকুত লণ্ডন চহৰ এক শূন্যভূমিত পৰিণত হ'ল। খেলি মেলি ভাৱবোৰে তেওঁক জুমুৰি দি ধৰিলে। তেওঁৰ অন্তৰ্দ্বন্দ আকৌ আৰম্ভ হ'ল। নিজেই নিজকে প্ৰশ্ন কৰি হাবাথুৰি খালে—

মই অন্ধ, মই বধীৰ, মোৰ তৃপ্তি নাই। মই শান্তি পাব পৰা নাই। মোৰ চিত্তৰ চঞ্চলতা এতিয়াও দূৰ হোৱা নাই। হে মহান ? মোৰ সন্দেহ এতিয়াও আছে ! তুমি যুক্তিৰ জাল তঁৰি দি সত্যক মোৰ পৰা ঢাকি ৰাখিছা ! নহয় ! নহয় ! সত্যৰ উপলব্ধ হ'বলৈ মোৰ এতিয়াও বহুত বাকী। হে জ্যোতিৰ্ম্ময় ! মোৰ দুচকুত তোমাৰ উপলব্ধি সত্যৰ পোহৰ ঢালি দিয়া। আঁহা, এই সংশয় আৰু মানসিক দন্দ্বৰ অসহ্য নিৰ্য্যাতনৰ পৰা মোক উদ্ধাৰ কঁৰা।

স্বামীজীয়ে তেওঁলৈ চিঠিত লিখিলে—

পবিত্ৰতা, ধৈৰ্য্য আৰু অধ্যৱসায়ৰ বলত সকলো বিঘিনি দূৰ হয়। সকলো মহৎ কাম অৱশ্যে লাহে লাহে হে সম্পাদিত হয়।

মাৰ্গাৰেটে দিনৰ ভাগত নিজৰ বিদ্যালয়ত অধ্যাপনা আৰু ৰাতি হিন্দু ধৰ্ম্ম সাহিত্য গভীৰ ভাৱে অধ্যয়ন কৰাত ব্যস্ত হৈ পৰিল। উপনিষদৰ ইংৰাজী অনুবাদ, বুদ্ধৰ জীৱনী আৰু গীতা অসীম শ্ৰদ্ধাৰে সৈতে পঢ়িবলৈ ধৰিলে। তেওঁৰ কাণত অহৰহ বাজি থকা স্বামীজীৰ বাণী সমূহৰ লগত শাস্ত্ৰৰ বাণীবোৰ মিলাই উপলব্ধি কৰিবলৈ অশেষ যত্ন কৰিলে। গ্ৰন্থ সমূহত ভালেমান দুৰ্বোধ্য আৰু জটিল কথা পাই তেওঁ নিজকে বৰ অসহায় অনুভৱ কৰিছিল। তেতিয়া তেওঁৰ মানস চকুত ভাঁহি উঠিছিল স্বামীজীৰ সেই বুদ্ধি দীপ্ত চকুজুৰি আৰু কাণত বাজি উঠিছিল তেওঁৰ জলদ গম্ভীৰ কণ্ঠত অনুৰণন হৈ উঠা সেই বাণীটি—

"পৰম পুৰুষ ৰামকৃষ্ণই কৈছে— নিজক কেতিয়াও অসহায় বুলি নাভাবিবা। মানুহৰ বুকুত ভগবান কেনেকৈ থাকে জানা? তাঙৰ মানুহৰ ঘৰৰ পৰ্দ্দাৰ আঁৰত লুকাই থকা বোৱাৰীৰ দৰে। আঁৰৰ পৰা তেওঁ সকলো দেখে। কিন্তু তেওঁ যে আছে বাহিৰৰ কেওঁ জানিব নোৱাৰে। তেনেকৈয়ে তেওঁও আছে তোমাৰ হৃদয়ত।"

## বেদান্তৰ ঋষিৰ সেই ভাৰতবৰ্ষ !

১৮৯৫ খ্ৰীষ্টাব্দৰ আগষ্ট মাহত স্বামীজী নিউইয়ৰ্কৰ পৰা ফ্ৰান্সৰ ৰাজধানী পেৰিচ পালেহি। তাত কিছুদিন বেদান্তৰ বাণী প্ৰচাৰ কৰি দহ চেপ্টেম্বৰত লণ্ডনত নামিলহি।

ইংলণ্ডই ভাৰতবৰ্ষ জয় কৰিছিল তৰোৱাল আৰু বন্দুক বাৰুদেৰে। ধৰ্ম্মবীৰ বিবেকানন্দই ইংলণ্ড জয় কৰিব মহাতীৰ্থ ভাৰতবৰ্ষৰ সনাতন

বাণীৰে। লণ্ডন মহানগৰীৰ বুকুত আকৌ বক্তৃতাৰ মৌ ৰৰিষিবলৈ ধৰিলে। জ্ঞানী; চিন্তাশীল আৰু অভিজাত শ্ৰেণীৰ পুৰুষ মহিলা সকলোটি স্বামীজীৰ সন্মুখত সমবেত হ'ল।

পিকাডিলিৰ প্ৰিন্সেচ্ হলত এখন জন সভাৰ আয়োজন হৈছিল। সেই সভাত স্বামীজীয়ে "আত্মজ্ঞান" সম্পৰ্কে বক্তৃতা দি থকা অৱস্থাতে এবাৰ উত্তেজিত হৈ কঠোৰ ভাষাত কৈ উঠিল—

"তোমালোকৰ কল কব্জা, ছাপাখানাৰ দ্বাৰা যি হৈছে তাতোকৈ খ্ৰীষ্ট বা বুদ্ধৰ কেইটিমান কথাত মানৱ সমাজৰ বহুত বেছি উপকাৰ হোৱা নাই নে কি? নিৰ্লজ্জ সংকীৰ্ণতা, নিষ্ঠুৰ যুদ্ধ পিপাসা আৰু নিৰুকণ-অৰ্থলিপ্সা পাশ্চাত্য সভ্যতাৰ লগত সাঙোৰ খাই আছে। এই সভ্যতাক স্বীকাৰ কৰিবলৈ গৈ যি মূল্য দিব লাগিব, শান্তিপ্ৰিয হিন্দু সকলে কেনোবা দিনা সেই মূল্য দিব বুলি তোমালোকে আশা কৰা নে?"

হিন্দুৰ মায়াবাদ আৰু নিষ্কাম কৰ্ম্মৰ বিষযেও স্বামীজীয়ে তত্ত্বপূৰ্ণ বক্তৃতা দিলে। এই তত্ত্বগভীৰ বক্তৃতা শুনি মাৰ্গাৰেট বিমোৰত পৰিল। তেওঁ প্ৰশ্ন কৰিলে, ফলাফল আৰু লাভালাভৰ প্ৰতি অনাসক্ত হৈ মানুহে কেনেকৈ কৰ্ম্ম কৰিব পাৰে? এনে ভাৱে কাম কৰাত কি ৰহস্য লুকাই থাকিব পাৰে? এনে ধাৰণা মনত লৈ, কিহৰ প্ৰেৰণাত মানুহে কাম কৰিব?

জড়বাদী পাশ্চাত্য শিক্ষাত শিক্ষিতা মাৰ্গাৰেট। তেওঁৰ কাৰণে ভাৰতবৰ্ষৰ এই সনাতন সত্যক হৃদয়ঙ্গম কৰা সহজ সাধ্য নহয়। স্বামীজীয়ে বুজালে—

"মাৰ্গট, ই ইমান সূক্ষ্ম বৈজ্ঞানিক তত্ত্ব যে, ইয়াক সহজে বুজিব পৰা নহ'ব। চিন্তা আৰু কৰ্ম্মত ব্যৱহাৰ কৰি চোঁৱা। তেতিয়া ধীৰে ধীৰে উপলব্ধি কৰিব পাৰিবা আৰু পৰম তৃপ্তি পাবা। দুখীয়া নিচলাৰ সেৱা কৰিব লাগিব নিষ্কাম ভাৱেৰে। মানুহৰ অন্তৰত

কৰ্ম্মৰ সফলতাত আনন্দ আৰু বিফলতাত দুখৰ উৰ্ম্মী উঠে। যেতিয়া চিত্তৰ এই আন্দোলন নীৰৱ হৈ পৰিব, তেতিয়াহে কৰ্ম্মৰ পৰা উদয় হোৱা অশান্তি বোধ সমূলে নিৰ্ম্মূল হ'ব। এয়ে হিন্দু শাস্ত্ৰৰ সাৰ আৰু চৰম সত্য।

মাৰ্গট, তুমি ধীৰ স্থিৰ হোৱা। গভীৰ ভাৱে চিন্তা কৰিবলৈ শিকা। ডাঙৰ কাম কৰাৰ আগতে ভালকৈ গমি পিতিকি লোৱা ভাল। মোৰ জীৱনত বহুত অভিজ্ঞতা আছে। সেই কাৰণে মই তোমাক আগতে সাৱধান কৰি দিছোঁ।"

স্বামী বিবেকানন্দই ও তেওঁৰ গুৰু শ্ৰীৰামকৃষ্ণক প্ৰথমতে জাঁৰ মাৰি পৰীক্ষা কৰি লৈছিল। মাৰ্গাৰেটেও স্বামীজীৰ সকলোবোৰ কথাকে চালি জাৰি লৈ গ্ৰহণ কৰিছিল। যিবিলাক মানুহে কোনো সত্যক সহজে গ্ৰহণ কৰে, তেওঁলোকে সেই সত্যক সহজে ত্যাগো কৰে। নিখুঁতকৈ বিচাৰ কৰি লোৱা জনে গ্ৰহণ কৰা বস্তুৰ প্ৰকৃত মূল্য বুজি পায় আৰু তাক পৰম সত্য বুলি আমৰণ কাল বুকুত সাবতি লৈ থাকে।

স্বামীজীৰ অভয় বাণীয়ে মাৰ্গাৰেটৰ হৃদয়ৰ ক্ষুদ্ৰ দুৰ্ব্বলতাবোৰ লাহে লাহে দূৰ কৰিবলৈ ধৰিলে। ৰাজনীতি আৰু ধৰ্ম্মনীতিৰ একেলগে চৰ্চ্চা পৰায়ণ এটা বুনিয়াদী পৰিয়ালত মাৰ্গাৰেট ডাঙৰ দীঘল হৈছিল। তেওঁৰ মানসিক দিগন্ত যে ভালে মান বহল আছিল তাক সহজে অনুমান কৰিব পাৰি। মহাপুৰুষৰ পৰশ পাই সি শতদল হৈ পাহ মেলি উঠিবলৈ ধৰিলে। ভাৰতবৰ্ষৰ বাণীয়েই তেওঁৰ অন্তৰত শাশ্বত সত্য হৈ জিলিকি উঠিল।

ছাত্ৰজীৱনত তেওঁ কিমান গভীৰ ভাৱে অধ্যয়ন কৰিছিল, ধৰ্ম্ম চৰ্চ্চাত তেওঁ কেনেভাৱে মন প্ৰাণ সঁপি দিছিল, নিজৰ জীৱনৰ এই সকলোবোৰ কথা হিয়া উবুৰিয়াই স্বামীজীয়ে মাৰ্গাৰেটক ক'লে।

মাৰ্গাৰেটে ভাবিলে— স্বামীজীৰ দৰেই তেওঁৰ জীৱন গঢ়ি তুলিব। স্বদেশ আৰু দৰিদ্ৰ জনসাধাৰণৰ সেৱাত আত্মদান দিব। ঈশ্বৰৰ

আৰাধনাত নিজক সম্পূৰ্ণ ভাৱে নিয়োগ কৰি তেওঁ আদৰ্শ নাৰী হৈ উঠিব।

মিষ্টাৰ চেভিয়াৰ, মিচেচ চেভিয়াৰ আৰু কুমাৰী হেনৰিয়েটা মুলাৰ আছিল স্বামীজীৰ একান্ত ভক্ত। এওঁ লোকৰ নিমন্ত্ৰণ পাই স্বামীজী চুইজাৰলেণ্ডলৈ গ'ল। এই আপাহতে তেওঁ ইয়োৰোপৰ ভালেমান ঠাই ভ্ৰমণ কৰিলে। চুইজাৰলেণ্ডৰ প্ৰাকৃতিক সৌন্দৰ্য্যৰ বুকুৰ এটি পৰ্ব্বতৰ নিৰ্জ্জন কোণত মাতা মেৰীৰ এটি মন্দিৰ আছিল। স্বামীজীয়ে মন্দিৰলৈ গৈ বন্দনা কৰিলে। হিমালয়ৰ এটুকুৰা নীৰৱ ঠাইত এনেকুৱা এটি মন্দিৰ সাজিবলৈ তেওঁ কল্পনা কৰিলে। চেভিয়াৰ দম্পতীয়ে কিন্তু ভাৰতবৰ্ষলৈ আহি হিমালয়ৰ এটি নিভৃত কোণত এনে এখনি আশ্ৰম পাতিছিলহি।

আমেৰিকা আৰু ইংলণ্ডত হিন্দু ধৰ্ম্মৰ বাণী প্ৰচাৰ কৰিবলৈ স্বামী সাৰদানন্দ আৰু স্বামী অভেদানন্দ থাকিল। চেভিয়াৰ দম্পতী আৰু ষ্টেনোগ্ৰাফাৰ মিষ্টাৰ গুড্উইনক লগত লৈ স্বামীজী ভাৰতলৈ ওলাল। অলপ দিনৰ পিছত কুমাৰী মুলাৰ আৰু তেওঁৰ বান্ধৱী কুমাৰী বেল ভাৰতলৈ আহি স্বামীজীক লগ ধৰিবহি বুলি থিবাং কৰা হ'ল।

কিন্তু মাৰ্গাৰেট ? তেওঁৰ কথাতো স্বামীজীয়েও একো নক'লে। মাৰ্গাৰেট ব্যাকুল হৈ উঠিল। তেওঁও স্বামীজীৰ লগতে যাব। ভাৰতবৰ্ষৰ কাৰণে জীৱন উৎসৰ্গা কৰিব। তাতে গৈ দুখী দৰিদ্ৰৰ সেৱা কৰিব।

কিন্তু মুখ ফুটাই স্বামীজীক ক'বলৈ মাৰ্গাৰেটে সঙ্কোচ কৰি মুলাৰক খাটিলে। মুলাৰে মাৰ্গাৰেটকো লগত ল'বলৈ স্বামীজীক অনুৰোধ কৰিলে।

মাৰ্গাৰেটৰ সেই উজ্জল ভৱিষ্যতৰ ছবি স্বামীজীয়ে তেওঁৰ দিব্য দৃষ্টিৰে দেখা পাইছিল। তেওঁ বাঢ়িয়াকৈ বুজি পাইছিল, জননী ভাৰতবৰ্ষই মাৰ্গাৰেটক এদিন তেওঁৰ বুকুলৈ মাতিব।

মাৰ্গাৰেটতো সাধাৰণ নাৰী নহয়। তেওঁ তেজস্বীনী। তেওঁ যেন সিংহীনী। তেওঁৰ মাজত নীৰৱে শুই থকা সেই দুৰ্বাৰ শক্তি এতিয়াও জাগি উঠা নাই। সকলোখিনি জাগি উঠিলে ভাৰতো জাগি উঠিব। তেওঁৰ শৰীৰত আছে কেল্টিক তেজৰ উত্তাপ, ধমনীত আছে বিদ্ৰোহৰ জুই, কঠোৰ তপস্যাৰ কাৰণে দৃঢ়তা, জ্ঞানৰ কাৰণে অনিৰ্বাণ পিপাসা, সেৱাৰ কাৰণে হৃদয়ৰ দুই পাৰ ওপচি থকা অসীম কৰুণা। ভাৰতবাসীৰ ভগিনী, সেৱিকা আৰু মাতৃ হ'বৰ তেওঁ যোগ্য। ভাৰত জননীয়ে এনে শক্তিময়ী কণ্যাৰ জন্ম দিয়া নাই। জন্মভূমিৰ সেৱাৰ কাৰণে নিজৰ দেশত নাথাকিলে বিদেশৰ পৰা নিশ্চয় ধাৰ কৰি নিব লাগিব!

কিন্তু এতিয়াই নহয়। মাৰ্গাৰেট বৰ্ত্তমান ইংলণ্ডতে থাওক। ইয়াৰ পৰাই তেওঁ ভাৰতৰ ভালেখিনি কাম কৰিব পাৰিব সময়ত তেওঁক মাতি নিয়া হ'ব।

১৮৯৬ খ্ৰীষ্টাব্দৰ ১৬ ডিচেম্বৰত স্বামীজী ভাৰতলৈ উভতিল। ইংলণ্ডত মাৰ্গাৰেটে বাট চাই ৰ'ল সেই আহ্বানৰ কাৰণে। স্বামীজীৰ কণ্ঠত ধ্বনিত সেই সনাতন বাণীৰ অমিয়া ঝংকাৰ তেওঁৰ কাণত অহৰহ বাজি থাকিল। ধ্যান হ'ল তেওঁৰ—

বহুত দূৰত পাঁহাৰ পৰ্ব্বত পাৰ হৈ, নদী সমুদ্ৰ মহাসমুদ্ৰৰ সিপাৰে থকা এখন দেশ, যাৰ নাম ভাতবৰ্ষ, বেদান্তৰ ঋষিৰ সেই ভাৰতবৰ্ষ!

# বজ্ৰৰ দৰে কঠোৰ, ফুলৰ দৰে সুকোমল

স্বামীজীয়ে সুদা হাতে আমেৰিকালৈ যাত্ৰা কৰিছিল। চাৰিবছৰৰ দূৰত বিশ্ববিজয়ী হৈ স্বদেশ পালেহি। ১৮৯৭ খ্ৰীষ্টাব্দৰ পোন্ধৰ জানুৱাৰীত সিংহলবাসীয়ে মহাসমাৰোহেৰে তেওঁক আগবঢ়াই আনিলে।

ফেব্ৰুৱাৰী মাহৰ শেষৰ ফালে তেওঁ কলিকতা পাই আলম-বজাৰত থকা মঠত নামিলহি। স্বামীজীৰ প্ৰপন্না শিষ্যা কুমাৰী বুল। পৰমপুৰুষ শ্ৰীৰামকৃষ্ণৰ আদৰ্শ প্ৰচাৰৰ কাৰণে অৰ্থ সাহায্য দিবলৈ তেওঁ স্বামীজীৰ কাষত ইচ্ছা প্ৰকাশ কৰিছিল। পুৰুষ আৰু মহিলাৰ কাৰণে দুটি মঠ নিৰ্ম্মাণ কৰিবলৈ আশা প্ৰকাশ কৰি বুললৈ চিঠি লিখিলে। শ্ৰীৰামকৃষ্ণ মিছন প্ৰতিষ্ঠাৰ অৰ্থে স্বামীজীয়ে প্ৰচাৰ কৰিলে। তেওঁ ক'লে—

"শিৱ জ্ঞানেৰে জীৱ সেৱা কৰাই প্ৰকৃত মনুষ্যত্ব। ঈশ্বৰ নিগু'ণ, নিৰাকাৰ, সত্য। কিন্তু সেই নিৰাকাৰ ঈশ্বৰেই পৰিণামত সাকাৰ ৰূপ ধাৰণ কৰিছে। তেওঁ আমাৰ মাজলৈ সাকাৰ ৰূপেহে আহে। জনসাধাৰণৰ সেৱা আৰু তেওঁলোকৰ আধ্যাত্মিক উন্নতি সাধনেই আমাৰ মিছনৰ আদৰ্শ হ'ব।"

ইংলণ্ডত স্বামী অভেদানন্দই কৰা প্ৰচাৰ কাৰ্য্যত কুমাৰী মাৰ্গাৰেটে প্ৰাণ ঢালি সহায় কৰিবলৈ ধৰিলে। এই কালছোৱাৰ ভিতৰত স্বামীজী আৰু মাৰ্গাৰেটৰ ভিতৰত সঘনে চিঠি পত্ৰৰ আদান প্ৰদান হৈ আছিল। উৎসাহ উদ্দীপনাময় আৰু উপদেশ পূৰ্ণ চিঠিবোৰেহে মাৰ্গাৰেটৰ মনটো লাহে লাহে সাজু কৰি তুলিবলৈ স্বামীজীয়ে চেষ্টা কৰিলে।

তেওঁ লিখিলে—

মাৰ্গট, মানুহৰ কাষত তেওঁৰ অন্তৰ্নিহিত দেবত্বৰ বাণী প্ৰচাৰ কৰিব লাগিব। তেওঁৰ সকলো কামতে সেই দেবত্ব বিকাশৰ পন্থা তেওঁক দেখুৱাই দিব লাগিব।

মোৰ চকুত দিনৰ পোহৰৰ দৰে স্পষ্ট হৈ উঠিছে এটা ধাৰণা—সকলো দুখৰ মূলতে আছে অজ্ঞতা। তাৰ বাহিৰে আৰু একো নাই। কুসংস্কাৰৰ অন্ধকাৰে আৱৰি থোৱা এই পৃথিৱী। এই জগতক পোহৰ দিব কোনে? আত্মবিসৰ্জনেই আছিল অতীতৰ কৰ্ম

মহন্ত । হায় ! যুগ যুগ ধৰি সেয়ে চলি থাকিব । যি সকল জগতত সকলোতকৈ সাহসী আৰু ৰবেণ্য, তেওঁলোকে চিৰদিন বহুজনৰ হিতৰ অৰ্থে, বহুজনৰ সুখৰ অৰ্থে আত্মবিসৰ্জন দিব লাগিব । অনন্ত প্ৰেম আৰু কৰুণা বুকুত লৈ শত শত বুদ্ধৰ আবিৰ্ভাৱৰ প্ৰয়োজন ।

জগতৰ ধৰ্মবিলাক এতিয়া প্ৰাণহীন মিছা অভিনয়ত পৰিণত হৈছে । জগতৰ এতিয়া একান্ত প্ৰয়োজন— চৰিত্ৰ । পৃথিৱীয়ে আজি তেওঁলোককে বিচাৰে যাৰ জীৱন প্ৰেমদীপ্ত আৰু স্বাৰ্থ শূন্য । তেওঁ-লোকৰ মুখৰ পৰা ওলাই অহা প্ৰত্যেকটো শব্দকে প্ৰেমৰ মহাশক্তিয়ে বজ্ৰনিৰ্ঘোষ কৰি তুলিব ।

তোমাৰ মাজত আছে এক জগত আলোড়ণকাৰী শক্তি । লাহে লাহে বহুত শক্তি তোমালৈ আহিব । আমি বিচাৰো অগ্নিময়ী বাণী, তাতোতকৈ বেছি অগ্নিময় কৰ্ম । হে মহাপ্ৰাণ ! উঠা, জাগা ! জগত দুখেৰে ভৰপুৰ হৈ আছে । তোমাত নিদ্ৰাই শোভা পায় জানো ?

আঁহা, আমি মাতি থাকোঁ, যেতিয়ালৈকে নিদ্ৰিত দেৱতা জাগ্ৰত নহয় তেতিয়ালৈকে অন্তৰৰ দেৱতাই বাহিৰৰ আহ্বানত আবিৰ্ভাৱ নহয় । জীৱনত ইয়াতকৈ আৰু কি ডাঙৰ কথা আছে; ইয়াতকৈ মহত্তৰ কাম কিবা আছে ?

মই কেৱল কওঁ, উঠা, জাগা !

স্বামীজীৰ প্ৰত্যেকখন চিঠি হাতত পৰাৰ লগে লগে মাৰ্গাৰেটে ভাবিছিল, তেওঁক এইবাৰ নিশ্চয় ভাৰতলৈ মাতিছে । কিন্তু ইংলণ্ডৰ পৰাই ভাৰতৰ সেৱা কৰি থাকিবলৈহে প্ৰত্যেকখন চিঠিতে উপদেশ বাণী পাইছিল ।

স্বামীজীয়ে লিখিছিল—

“হিন্দু সকলে শোভাযাত্ৰা আদি সকলো কৰিছে । কিন্তু তেওঁ-লোকে টকা পয়চা দিব নোৱাৰে । এই পৃথিৱীত আশা কেৱল ইংলেণ্ডতহে পাইছিলোঁ । তাত থাকোঁতে ভাবিছিলোঁ— কলিকতা ধৰ্ম কেন্দ্ৰটি খোলাৰ কাৰণে অন্ততঃ এহেজাৰ পাউণ্ডেই যথেষ্ট হ'ব ।

দহবছৰ আগৰ কলিকতাৰ সম্বন্ধে মোৰ যি অভিজ্ঞতা আছিল তাৰেই এনে হিচাপ কৰিছিলোঁ। এতিয়া সকলো বস্তুৰে দৰ তিনি গুণে বাঢ়ি গ'ল। অৱশ্যে কোনোমতে কাম আৰম্ভ কৰিছোঁ। এটা থৰক বৰক পুৰণা ঘৰ ভাৰা কৰি লৈছোঁ তিনিটা টকাত। তাত প্ৰায় ছব্বিশ জন ডেকাক শিক্ষা দিয়া হৈছে।"

চিঠি পাই মাৰ্গাৰেট আনন্দত উৎফুল্ল হৈ উঠিল আৰু শ্ৰীৰামকৃষ্ণ মিছনৰ আদৰ্শৰ কথা ইংলণ্ডত প্ৰচাৰ কৰিবলৈ ধৰিলে। লণ্ডনৰ ঠায়ে ঠায়ে স্কুল কলেজে সভা সমিতি পাতি ধন সংগ্ৰহ কৰিলে আৰু তালেখিনি পাউণ্ড গোটাই লৈ স্বামীজীলৈ পঠাই দিলে।

ইংলণ্ডৰ বাতৰি কাকতত ডাঙৰ ডাঙৰ আখৰত প্ৰকাশ কৰিলে—

"ৰামকৃষ্ণ মিছন এটি অভিনৱ ধৰ্ম্ম প্ৰতিষ্ঠান। খৃষ্টান, মুছলমান আৰু হিন্দুৰ সমবায়ত গঢ়ি উঠা এনে সঙ্ঘ বুদ্ধৰ পিছত আৰু হোৱা নাই। আপোনালোকে মুক্ত হস্তে দান কৰক। এই সঙ্ঘই এমাহৰ ভিতৰত দহ হেজাৰ মানুহক দুৰ্ভিক্ষৰ গৰাহৰ পৰা ৰক্ষা কৰিছে।"

স্বামীজীয়ে মিছনৰ প্ৰশিক্ষাৰ্থী যুৱক সকলৰ দৈনিক কাৰ্য্যসূচী খনৰ এটা নকল মাৰ্গাৰেটলৈ পঠাই দিলে। কামৰ তালিকাখন পাই উছাহত উত্তৰ দিলে—

মই ভাৰতবৰ্ষলৈ গৈ মঠৰ পিছৰ প্ৰতিবেদনত এটা শাৰী নতুনকৈ লিখি দিয়াৰ ব্যৱস্থা কৰিম—

"ছোৱালী সকলৰ শিক্ষাৰ উদ্দেশ্যে এটি বিদ্যালয় খোলা হৈছে।"

স্বামীজীয়ে লিখিলে— "গছৰ তলত থাকি কোনোমতে দেহাটো টিকাই ৰাখি চলি থকা শিক্ষাকে পাই আহিছোঁ। ঠিক সেই ভাৱেই ইয়াত কাম আৰম্ভ কৰিছোঁ। পৰিকল্পনাত অলপ অচৰপ অদল বদল হৈছে। কেইটিমান ল'ৰাক দুৰ্ভিক্ষ অঞ্চলত কাম কৰিবলৈ পঠাইছোঁ।

পিছে তোজ ব্যক্তিৰ দৰেহে হৈছে। আগতেও জানিছিলোঁ, এইবাৰ নিজ চকুৰে দেখিলোঁ। জগতক নিজৰ অনকূলত পোৱাৰ পথ হৃদয়ৰ ভিতৰেদিহে। আন বাট নাই। এতেকে থিক কৰিছোঁ, নিম্ন শ্ৰেণীৰ নহয় ভদ্ৰ শ্ৰেণীৰ এদল ডেকাক গঢ়ি পিতি তুলিম। নিম্নবৰ্ণৰ কাৰণে অলপ দিন ৰ'ব লাগিব। প্ৰথমতে ভদ্ৰলোকৰ ল'ৰাৰ এটা দল পঠাই দেশৰ সকলোতে কামৰ পাতনি ৰচনা কৰিব লাগিব। দেশৰ আধ্যাত্ম প্ৰগতিৰ অৰ্থে এওঁলোকে কুলি মজদুৰৰ কাম কৰি বাটটো পৰিস্কাৰ কৰক। ইয়াৰ পিছত আহিব ভাগুৰ ডাঙৰ সিদ্ধান্তৰ কাৰণে খটাৰ সময়, দৰ্শন চৰ্চ্চাৰ অৱসৰ।"

ভাৰতবৰ্ষৰ জলবায়ু, আচাৰ, ব্যৱহাৰ, সমাজ, ভাষা আদি সকলোবোৰে মাৰ্গাৰেটৰ কৰ্ম্মপথত নিশ্চয় বাধা সৃষ্টি কৰিব বুলি স্বামীজীয়ে লিখিলে।

স্বামীজীয়ে আৰু লিখিলে—

"তোমাক মই খোলাখুলি ভাৱে কওঁ, এতিয়া মোৰ দৃঢ় বিশ্বাস হৈছে, ভাৰতৰ কামত তোমাৰ এটা বিৰাট ভৱিষ্যত আছে। ভাৰতৰ কাৰণে বিশেষত ভাৰতৰ নাৰী সমাজৰ কাৰণে, পুৰুষতকৈ নাৰীৰ এগৰাকী প্ৰকৃত সিংহিনীৰ আৱশ্যক। ভাৰত জননীয়ে এতিয়াও এনেধৰণৰ মহিয়সী নাৰীৰ জন্মদান দিব পৰা নাই। সেই কাৰণেই অন্য জাতিৰ পৰা আমি ধাৰ কৰি আনিব লাগিব। তোমাৰ শিক্ষা, আন্তৰিকতা, পবিত্ৰতা, অসীম ভালপোৱা আৰু দৃঢ়তা, আৰু সকলোৰে ওপৰি তোমাৰ ধমনীত প্ৰবাহিত কেল্টিক তেজৰ কাৰণে তুমি থিক তেনে নাৰী যাৰ আজি প্ৰয়োজন।

বৈৰাগ্য আৰু সেৱাৰ মহাত্ম্যৰে মহিয়ান যাত্ৰাত কিমানবোৰ বিঘিনি আৰু অসুবিধা হ'ব পাৰে সকলোবোৰ মুকলিকৈ লিখি বুজাই দিলে। ঈৰ্ষা পৰায়ণ মানুহৰ বিদ্ৰূপ, ভ্ৰূকুটি, কুৎসা, নিন্দা সকলোকে আশীৰ্ব্বাদ বুলি শিৰত তুলি ল'বলৈ তেওঁ সাজু হ'ব লাগিব। মাৰ্গাৰেটৰ অভিজাত জীৱনৰ সুখ স্বাচ্ছন্দ্যও জলাঞ্জলি দিবলৈ প্ৰস্তুত হ'ব লাগিব।

ভাৰতীয় নাৰীৰ মুক্তি আৰু মানৱ সেৱাৰ কাৰণে আত্মোৎসৰ্গ কৰিবলৈ কুমাৰী মাৰ্গাৰেট নবোলৰ অন্তৰত থকা প্ৰবল ইচ্ছাৰ প্ৰতি স্বামীজীৰ সম্পূৰ্ণ শ্ৰদ্ধা আৰু বিশ্বাস আছে। তথাপি তেওঁ লিখিলে—

"কিন্তু বিঘিনিও আছে বহুত। তুমি ইয়াত থকা দুখ, কষ্ট, কুসংস্কাৰ আৰু দাসত্বৰ কোনো ধাৰণা কৰিব নোৱাৰা। জাতি আৰু জাতিভেদৰ অদ্ভুত ধৰণৰ ধাৰণা বিছুমান মনত সুমাই লৈ থকা বহুত অৰ্দ্ধ নগ্ন নৰনাৰীয়ে তোমাক আগুৰি থকা দেখিবলৈ পাবা। ভয়তেই হওক বা ঘৃণাতেই হওক, তেওঁলোকে শ্বেতাঙ্গ সকলৰ পৰা আঁতৰি থাকে আৰু শ্বেতাঙ্গ সকলেও তেওঁলোকক বৰ ঘিন কৰে। আনহাতে তোমাকো শ্বেতাঙ্গ সকলে দুৰ্ব্বল আৰু মইমত বুলি ভাবিব। তোমাৰ গতিবিধিলৈ সন্দেহৰ চকুৰে চাব।"

পুনৰ স্বামীজীয়ে ভাৰতবৰ্ষৰ গৰমৰ কথাও উনুকিয়ালে। বিশেষকৈ দক্ষিণ ভাৰতৰ অসহ্য উত্তাপলৈ আঙুলিয়াই দিলে। নগৰৰ বাহিৰৰ গাওঁবোৰত ইয়োৰোপৰ সুখ স্বাচ্ছন্দ্যৰ কথা মাৰ্গাৰেটে কল্পনাও কৰিব নোৱাৰিব।

"তথাপি যদি তুমি এই কাৰ্য্যত আগবাঢ়িবলৈ সাহস কৰিব খোজা তোমালৈ স্বাগত জনাইছোঁ, শতবাৰ স্বাগত জনাইছোঁ।

জাপ দিয়াৰ আগতে তুমি নিশ্চয় ভালকৈ ভাবি চিন্তি ল'ব লাগিব। কাম আৰম্ভ কৰাৰ পিছত, যদি তুমি অকৃতকাৰ্য্য হোৱা, নাইবা আমনি পোৱা, মোৰ ফালৰ পৰা মই তোমাক প্ৰতিশ্ৰুতি দিছোঁ—

তুমি ভাৰতৰ কাম কৰাই বা নকৰা, তুমি বেদান্তক ত্যাগেই কৰা বা সাবটিয়েই ধৰা, মই মৃত্যু পৰ্য্যন্ত তোমাৰ সহায় হৈ থাকিম। "মৰদকী বাত হাথীকা দাঁত।" —এবাৰ ওলালে আৰু ভিতৰলৈ নোসোমায়। মই তোমাক কথা দিছোঁ। আকৌ তোমাক সাৱধান কৰি দিওঁ, তোমাৰ ভৰিত থিয় হ'ব লাগিব।"

এনেদৰে তালৈমান চিঠি পত্ৰৰ বিনিময় হ'ল। মাৰ্গাৰেটে ভাৰতত গৈ কৰিব লগীয়া কামৰ এটা আভাস পালে। ১৮৯৭ খৃষ্টাব্দৰ পহিলা অক্টোবৰত স্বামীজীয়ে তেওঁলৈ লিখিলে—

"এনে ধৰণৰ মানুহো আছে, যি সকলে আনে চলাই দিলেহে অতি সুন্দৰ ভাৱে কাম কৰি যাব পাৰে। সকলো নেতা হৈ জন্মা নাই। কিন্তু শিশুৰ দৰে নেতৃত্ব কৰিব পৰা জনহে আদৰ্শ নেতা। শিশুৱে যদিও সকলোৰে মুখলৈ চাই থাকে, দৰাচলতে কিন্তু সিহে ঘৰখনৰ কৰ্তা। মোৰমতে সাৰ্থক নেতৃত্বৰ ৰহস্য ইয়াতেই লুকাই আছে। কথাবোৰ বহুত লোকেই অনুভৱ কৰে, কিন্তু নিচেই তাকৰ সংখ্যাকেহে প্ৰকাশ কৰিব পাৰে। ভালপোৱা, স্নেহ বা সহানুভূতি প্ৰকাশ কৰাৰ ক্ষমতা যাৰ যি পৰিমাণে বেছি, তেৱেঁই সেই পৰিমাণে এটি আদৰ্শ আনৰ মনলৈ বিয়পাই দিব পাৰে।

মানুহৰ হিয়া ওপচি থকা ভালপোৱা যিমানেই প্যাওঁ, সিমানেই ভাল, সেয়ে যদি নহয়, কাম নচলে। কিন্তু আমি হ'ব লাগিব সম্পূৰ্ণ নৈৰ্ব্যক্তিক। সেয়ে ন'হলে দ্বন্দ্ব খৰিয়াল আৰু আজোঁৰা ধোঁৱাত সকলোবোৰ ছাঁই হৈ যাব। যিজন নেতা, তেওঁ নৈৰ্ব্যক্তিক ভূমিত থিয় হৈ থাকিব লাগিব। তুমি এইঁ কথা নিশ্চয় বুজা বুলি মোৰ অকণো সন্দেহ নাই। আনৰ ভক্তি আৰু ভালপোৱাৰ সুযোগ লৈ নিজৰ প্ৰয়োজনৰ কামবোৰ আদায় কৰি ল'বা, আৰু আঁৰত মিছিকিয়াই হাঁহিবা—এনে ধৰণৰ পশু হোৱাৰ কথা মই কোৱা নাই। মই নিজে যেনেকুৱা, তাকেহে কৈছোঁ।

অতি গভীৰ ভাৱে কাবোবাক ভাল পাব পাৰো, কিন্তু যদি আৱশ্যক হয়, বহুজনৰ হিতৰ আৰু সুখৰ কাৰণে নিজৰ হৃৎপিণ্ড নিজ নিজ হাতেৰে উভালি পেলোৱাৰ শক্তি ৰাখিছোঁ। পাগলৰ দৰে ভাল পাম, কিন্তু কোনো বন্ধন নাথাকিব।

ভাল পোৱাৰ শক্তিত জড় চিন্ময় হৈছে— এয়ে বেদান্তৰ সাৰ কথা। সেই একেজনেই আছে বিশ্বজুৰি। অজ্ঞানীয়ে তেওঁক বোলে

জড়, জ্ঞানীয়ে বোলে ভগৱান। জড়ৰ মাজত বিন্দু বিন্দুকৈ চৈতন্য আৱিষ্কাৰ কৰি আগুৱাই আহিছে মানৱ সভ্যতাৰ ইতিহাস।

য'ত ব্যক্তি নাই তাতেই ব্যক্তিক দেখে অজ্ঞানীয়ে, আৰু জ্ঞানীয়ে ব্যক্তিৰ মাজত দেখে নৈৰ্ব্যক্তিকত্ব। সুখ দুখ আনন্দ বেদনাৰ মাজেৰে এই শিক্ষাকেই পাই আহিছোঁ। অতিপাত ভাৱ প্ৰৱণতাৰে কোনো কাম নহয়।

"বজ্ৰৰ দৰে কঠোৰ, ফুলৰ দৰে সুকোমল"— এয়ে হ'ল নীতি।

মানৱ সেৱা আৰু বৈৰাগ্যৰ ব্যাকুলতাই মাৰ্গাৰেটক অস্থিৰ কৰি তুলিছিল। তেওঁ কোনো বাধা বিঘিনি নামানে। সকলোবোৰ হেলাৰঙে অতিক্ৰম কৰি যাব। মানৱ কল্যাণৰ অৰ্থে দৰিদ্ৰ হৈ যাব পৰা মনৰ সেই তীব্ৰ শক্তিৰ অধিকাৰীনী তেজস্বীনী মাৰ্গাৰেট।

# পুন্যতীৰ্থ ভাৰতবৰ্ষৰ অভিমুখে

লণ্ডন চহৰত ঠেৰেঙা লগা জাৰ। সেইদিনা বৰ কুঁৱলিও পৰিছিল। জিম্ জিম্কৈ বৰষুণো নামিছিল। "মোম্বাচা" নামৰ জাহাজ খনত মাৰ্গাৰেট উঠিলহি। পুণ্যতীৰ্থ ভাৰত অভিমুখে জাহাজে গতি কৰিলে। আত্মীয় স্বজন সকলোটিয়ে সাগৰৰ পাৰৰ পৰা শেষ বিদায় দি উভতিল। তেওঁৰ কেউ কাষে এটি কৰুণ সুৰ তাঁহি উঠিল। এটি অবুজ আশঙ্কাই হিয়াখনি কঁপাই তুলিলে।

কিন্তু স্বামীজীৰ মেঘ গভীৰ কণ্ঠত ধ্বনিত হোৱা সেই উদাত্ত আহ্বানে হৃদয়ৰ দুৰ্ব্বলতা নিমিষতে নাশ কৰি পেলালে।

"বজ্ৰৰ দৰে কঠোৰ, ফুলৰ দৰে সুকোমল— এয়ে হ'ল নীতি। তোমাক শতবাৰ স্বাগত জনাইছোঁ"।

প্ৰবল ইচ্ছা শক্তিয়ে মানুহক ধুমুহাৰ দৰে দুৰ্জ্জয় আৰু অনমনীয় কৰি তোলে। অস্ত্ৰ-শস্ত্ৰৰে দশদিশ জয় কৰা মহাবীৰতকৈ আত্মজয়ী

মহাত্মা স্বাধীন ইচ্ছা শক্তিৰ বলত প্ৰকৃত ক্ষমতাৰ অধিকাৰী হয়। মাৰ্গাৰেট সকৰে পৰা স্বাধীন হ'বলৈ শিকি প্ৰকৃত ক্ষমতাৰ অধিকাৰীনী হৈ পৰিছিল আৰু মানৱীয় সকলোবোৰ দুৰ্ব্বলতাকে আত্মানধীন কৰি পেলাইছিল। মোহ-মায়া, ভয়-শঙ্কা চকুৰ নিমিষতে তেওঁৰ মনৰ পৰা আঁতৰি নাইকিয়া হৈ গৈছিল।

জাহাজে গতি কৰিলে। অব্যক্ত আনন্দৰ শিহৰণ এটিয়ে তেওঁৰ সৰ্ব্বাঙ্গ পুলকিত কৰি তুলিলে। দিনৰ পিছত ৰাতি, ৰাতিৰ পিছত দিন পাৰ কৰি "মোম্বাচা" কলিকতাৰ ডকত ছাপিলহি— ১৮৯৮ খ্ৰীষ্টাব্দৰ ২৮ জানুৱাৰীৰ দিনা। অসংখ্য নৰনাৰীয়ে তেওঁক স্বাগত জনালে। স্বামীজীক সেই জনতাৰ মাজত দেখি মাৰ্গাৰেটৰ মুখমণ্ডল উজ্জ্বল হৈ উঠিল।

কলিকতাৰ চৌৰঙ্গীত স্বামীজীয়ে তেওঁৰ নিমিত্তে এটা হোটেল বন্দবস্ত কৰি থৈছিল। তালৈকে তেওঁক লৈ যোৱা হ'ল। সম্পূৰ্ণ নতুন পৰিবেশ। তাতে আকৌ ৰাটৰ ভাগৰ। প্ৰথম ৰাতি মাৰ্গাৰেটৰ টোপনি নাহিল।

কেইদিনমান পাৰ হৈ যোৱাৰ পিছত তেওঁ ভাবিলে— চৌৰঙ্গী আৰু ইংৰাজ সকল থকা ঠাইবোৰত ফুৰিলেই ভাৰতবৰ্ষক জানিব পৰা নহ'ব।

এখন ঘোৰা গাড়ী যোগাৰ কৰি লৈ মহানগৰীৰ চুকে কোণে ফুৰিবলৈ ধৰিলে। কিন্তু চকুৰে চোৱাইতো চোৱা নহয়। অন্নবস্ত্ৰৰ অভাৱ অনাটন আৰু মহামাৰিৰ যান্ত্ৰণাত চট্‌ফটাই থকা অৰ্দ্ধ-উলঙ্গ অসংখ্য নৰনাৰীৰে ভৰা ভাৰতবৰ্ষখন বাহিৰৰ পৰা কেতিয়াও সুন্দৰ হ'ব নোৱাৰে। এই ভাৰতবৰ্ষৰ প্ৰাণৰ মাজত কি সৌন্দৰ্য্য লুকাই আছে, তাক চাব পাৰিব লাগিব মাৰ্গাৰেটে।

এজন সন্ন্যাসীৰ সহায়ত মাৰ্গাৰেটে "ৰামকৃষ্ণ কথা"ৰ ইংৰাজীলৈ অনুবাদ কৰিবলৈ আৰম্ভ কৰিলে।

মিছেছ চাৰাবুল আৰু মিছ জোচেফিন ম্যাকলাউড ভাৰতলৈ

আহিছিল। আমেৰিকাৰ বোষ্টন চহৰত স্বামীজী চাৰাবুলৰ ঘৰত আছিল। মিচ জোচেফিন ম্যাকলাউড স্বামীজীৰ অন্তৰঙ্গ বন্ধু। ধুৰোপৰাকী মহিলাই স্বামীজীৰ কামত যথেষ্ট সহায় কৰিছিল। ম্যাকলাউডে এদিন স্বামীজীক সুধিলে—

"স্বামীজী, আপোনাক মই কেনেকৈ সহায় কৰিব পাৰিম ?"

—"মিছ ম্যাকলাউড, ভাৰতবৰ্ষক ভাল পোৱা।" স্বামীজীয়ে উত্তৰ দিছিল।

সঁচাকৈয়ে ম্যাকলাউডে ভাৰতবৰ্ষক ভাল পাইছিল।

হেনৰিয়েটা মূলাৰৰ সাহায্যত স্বামীজীয়ে গঙ্গাৰ পাৰৰ বেলুৰত ৰামকৃষ্ণ মঠৰ কাৰণে পোন্ধৰ একৰ মাটি কিনিছিল। তাতে পুৰণা ঘৰ কেইটিমান আছিল। সেই ঘৰ কেইটিকে সজাই পৰাই লৈ বুল আৰু ম্যাকলাউড থাকিবলৈ ল'লে। কুমাৰী মাৰ্গাৰেটো তেওঁলোকৰ আশ্ৰয়তে থাকিবলৈ ল'লেহি। স্বামীজীয়ে চাৰাবুলক "ধীৰা মাতা" আৰু ম্যাকলাউডক "জয়া" বুলি মাতিছিল। বুল আছিল নৰওৱেৰ বিপুল সম্পত্তিৰ অধিকাৰী এজন বেহেলা বাদকৰ বিধবা পত্নী। তেওঁৰ বয়স আঠচল্লিশ বছৰ। অগাধ ধন সম্পদেৰে চহকী এই মহিলা গৰাকী স্বামীজীৰ আমেৰিকাত দিয়া বক্তৃতাত মুগ্ধ হয় আৰু ভাৰতলৈ আহি স্বামীজীক নানা প্ৰকাৰে সহায় কৰে।

ভাৰতত এতিয়ালৈকে স্বামীজীৰ বিদেশী শিষ্য শিষ্যা কেপ্টেন চেভিয়াৰ, মিছেছ চেভিয়াৰ, হেনৰিয়েটা মূলাৰ, মিছেছ বুল, মিছ জোচেফিন ম্যাকলাউড আৰু কুমাৰী মাৰ্গাৰেট।

বেলুৰৰ সেই ঘৰ কেইটি যেন আনন্দপূৰ্ণ তীৰ্থ ভূমি। মহাপুৰুষৰ পদ ৰেণুৰে তাৰ মজিয়া সদায় পবিত্ৰ হৈ আছিল। কণ্ঠধ্বনিৰে মুখৰ হৈছিল তাৰ বায়ু মণ্ডল। তেওঁৰ হৃদয়ৰ আভাত পুলক জাগিছিল হৃদয়ে হৃদয়ে। বিদেশীনী মাৰ্গাৰেট বুল, ম্যাকলাউড। তেওঁলোক যেন সনাতন ভূমি ভাৰতবৰ্ষৰ অন্তঃপুৰলৈ প্ৰবেশ কৰিব খুজিছিল।

আনন্দ সমুজ্জল বৈঠকবোৰত আলোচনাৰ বিষয় বস্তু আছিল— ভাৰতবৰ্ষৰ ইতিহাস, ধৰ্ম্ম, সাহিত্য, শিল্প, আচাৰ ব্যৱহাৰ, সাম্প্ৰদায়িকতা, জাতি, জাতিভেদ প্ৰথা, সুনীতি, কুনীতি, সংস্কাৰ, কু-সংস্কাৰ, দেশপ্ৰেম। মাজে মাজে একোদল তৰুণ সন্ন্যাসী তালৈ আহিছিল। তেওঁলোকে স্বামীজীৰ পৰিকল্পনা সম্বন্ধে বিদেশীনী শিষ্যা কেইগৰাকীক পুঙ্খানুপুঙ্খ ৰূপে বুজাই দিছিলহি।

এদিন গঙ্গাৰ তীৰত প্ৰচণ্ড ধুমুহা, বিজুলি ধেৰেকনি। মুষল ধাৰাৰে বৰষুণ নামিছিল স্বামীজীয়ে মজিয়াত ধীৰে ধীৰে খোজ চলাই বজ্ৰগম্ভীৰ স্বৰত ক'বলৈ ধৰিছিল—

ভগবানক ভাল পোৱা। তেৱেঁই প্ৰাণৰ প্ৰাণ, আত্মাৰ আত্মা। তেওঁ পৰম সত্য; পৰম অগ্নি। তোমাৰ প্ৰাণ ভূমিত জ্বলাই তোঁলা সেই অগ্নি।

মানুহৰ সেৱা, মানুহৰ পূজা—এয়ে একমাত্ৰ উপাসনা। সাধকৰ সাধ্য বস্তুৰ লগত সাযুজ্য ঘটোৱা, এয়ে একমাত্ৰ সেতু!

খাটি দেশ প্ৰেমিকৰ নিষ্ঠা থাকিব লাগিব। হেজাৰ হেজাৰ জীৱ নেখাই মৰিছে, অজ্ঞান আন্ধাৰত ডুব গৈ আছে—এই দৃশ্য দেখি হৃদয় কঁপি নুঠে জানো?

প্ৰত্যেকজনক বুজাই দিয়া—তেওঁ সৰু নহয়, তেওঁ ব্ৰহ্ম স্বৰূপ। প্ৰত্যেকজনক এই সত্য জানিবলৈ আৰু শিকিবলৈ সুযোগ দিয়া। জগাই তোলা দেশবাসীক।

তেওঁলোকক আহ্বান দিয়া—

উত্তিষ্ঠত জাগ্ৰত

জাপ দি পৰা কৰ্ম্মৰ মাজত

কেৱল কৰ্ম্ম, কৰ্ম্ম, কৰ্ম্ম।

# ভাৰতবৰ্ষৰ অন্তঃপুৰ

বিদেশী শিষ্য-শিষ্যা সকলক স্বামীজীয়ে শ্ৰীৰামকৃষ্ণ দেৱৰ মন্দিৰত পূজা অৰ্চ্চনা কৰিবলৈ অনুমতি দিলে। হিন্দু সমাজৰ বিদ্ৰূপ বিতণ্ডা সমালোচনাই তেওঁক টলাব নোৱাৰিলে।

ঈশ্বৰ প্ৰেমময়, কৰুণাময়। উদাৰতাৰ, পবিত্ৰতাৰ আনন্দ উজ্জ্বল ভূমি তেওঁ। চৈতন্যময় আত্মাৰ তেওঁ মহাসমুদ্ৰ। তেওঁ সত্য শিৱ সুন্দৰ। জাতিভেদৰ কলঙ্ক কি? সংস্কাৰৰ দম্ভ ক'ত? তেৰেঁইতো শিৱ। প্ৰতি প্ৰাণে প্ৰাণে, শিৰায় প্ৰশিৰায় সেই পৰম সত্য, সেই পৰম অগ্নি জ্বলি উঠক।

বিদেশীনী শিষ্যা সকলক ভাৰতীয় নাৰীৰ আদৰ্শৰ কথা বুজালে—

ভাৰতীয় মাতৃ কল্যাণময়ী, শান্তিময়ী, আনন্দময়ী। ত্যাগৰ স্নিগ্ধতাৰে ভাৰতীয় মাতৃত্বৰ জ্যোতি অতুলনীয় ধৰিত্ৰীৰ দৰে তেওঁ ক্ষমাশীলা। লজ্জা, নম্ৰতা, কমনীয়তা, শান্ত সংহত কোমলতা ভৰা উজ্জ্বল তেওঁৰ ৰূপ। তেওঁৰ স্নেহ-মমতা, প্ৰেম-প্ৰীতি, দয়া-মায়া, সেৱা সহানুভূতি, লাবণ্য-কাৰুণ্যৰ আধাৰ পাত্ৰ। তেওঁৰ সুখ সংযমত, ভোগত নহয়। সীতা, সাবিত্ৰী, দময়ন্তী তেওঁৰ আদৰ্শ।

পবিত্ৰতাৰ সৌৰভেৰে পুণ্যময়ী ভাৰতীয় নাৰীৰ পদৰেণুৰে ৰঞ্জিত পৰ্ণকুটীৰৰ মজিয়াতেই ভাৰতীয়ৰ ধৰ্ম্মলাভ হয়। সেই ভূমিতেই ভাৰতীয় আৰ্য্য ধৰ্ম্মৰ আদেশ-উপদেশ আজিও সঞ্জীবিত হৈ আছে।

স্বামীজীয়ে ক'লে—

মাৰ্গাৰেটে ব্ৰহ্মচৰ্য্য ব্ৰতত দীক্ষা গ্ৰহণ কৰাৰ আগতে সনাতন ধৰ্ম্মৰ ভালেমান আদেশ উপদেশ নিষ্ঠাৰে সৈতে পালন কৰি নিজক সক্ষম কৰি তুলিব লাগিব। তেওঁ একবস্ত্ৰা হৈ থাকিব লাগিব। মাটিত শুব লাগিব। হাতেৰে আহাৰ গ্ৰহণ কৰিব লাগিব। তেওঁৰ আহাৰ আৰু চলন ফুৰণ ব্ৰহ্মচাৰিণীৰ দৰে সাত্বিক হ'ব লাগিব।

তেওঁ হিন্দুৰ অসংখ্য বিধি নিষেধ মানি ব্ৰত উপবাস কৰিব লাগিব। তেতিয়া লাহে লাহে তেওঁৰ চিত্তলৈ শুদ্ধতা আহিব আৰু আত্মাৰ অপৰিসীম শক্তিৰ সন্ধান পাব।

এই অবৰ্ণনীয় নীতি নিয়ম আৰু কঠোৰ সংযমেৰে ধৰ্ম্ম আচৰণৰ উদ্দেশ্য হ'ল আত্ম-সত্তাৰ সম্যক উপলব্ধি। সঙ্গহীন হৈ মাৰ্গাৰেটে এনে ভাৱে সাধন কৰি থাকোঁতে থাকোঁতে কায়মনো বাক্যলৈ প্ৰশান্তি আহিব। তেতিয়াহে তেওঁ উপলব্ধি কৰিব পাৰিব, এনে ভাৱে ধৰ্ম্ম আচৰণৰ গুৰুত্ব কিমান। বাস্তৱ জীৱনত আধ্যাত্মিক অভিজ্ঞতা লাভ কৰিব পৰাটোৱেই ধৰ্ম্ম সাধনৰ কৃতকাৰ্য্যতা।

গুৰুৰ আদেশেই আশীৰ্ব্বাদ। মাৰ্গাৰেটে নিঃসঙ্গ হৈ কঠোৰ সাধন আৰম্ভ কৰিলে। ব্ৰত উপবাস নীতি নিয়মৰ প্ৰতি তেওঁৰ কি অপূৰ্ব্ব শ্ৰদ্ধা।

কিন্তু অকলশৰীয়া জীৱনে তেওঁক মাজে মাজে চঞ্চল কৰি তুলিছিল। তেওঁ ভাবিবলৈ বাধ্য হৈছিল— কিমান দিন আৰু অকলশৰে থাকিব লাগিব! কেতিয়াবা তৰুণ সন্ন্যাসী সকলৰ লগ লাগি মঠৰ কামত যোগ দিবলৈকো তেওঁ ইচ্ছা গৈছিল। বঙলা পঢ়োৱা সন্ন্যাসী জনক নানা ধৰণৰ প্ৰশ্ন কৰিছিল। তেওঁ মাৰ্গাৰেটক বুজাইছিল— "তুমি এতিয়া যি শিক্ষা লৈ আছা, তাকে চৰ্চ্চা কৰি থাকা। আন কথা নাভাবিবা।"

পূৰ্ণিমা ৰাতি। ফৰিংফুটা জোনাকত গঙ্গাৰ পানীবোৰ ৰূপালী ৰং ধৰি তিৰবিৰাই উঠিছে। মাৰ্গাৰেটে দেখিলে— গঙ্গাৰ বুকুত এখন নাৱত অসংখ্য যাত্ৰী উঠি চিঞৰি সুৰ লগাই ঈশ্বৰৰ নাম লৈছে আৰু বাউল হৈ নাচিছে। তেওঁলোকৰ মাজত স্বামীজীয়ে ডিঙিত খোল আঁৰি লৈ চাপৰ দি তাণ্ডৱ নাচ নাচিছে।

নাম কীৰ্ত্তনৰ এই বাতুলতা দেখি মাৰ্গাৰেট অবাক! কি অদ্ভুত কাণ্ড! মানুহবোৰ উন্মাদ হ'ল নে কি? এয়ে জানো ঈশ্বৰ প্ৰেম! নহয়! ই অন্তঃসাৰশূন্য বলিয়ালি মাথোন! কি আচৰিত! এইবোৰ কি?

কেতিয়াবা কেতিয়াবা মাৰ্গাৰেটে অনুভৱ কৰিছিল— তেওঁৰ চাৰিও ফালে যেন বিৰাট শূন্যতা। তেওঁ যেন বৰ অসহায়! স্বামীজীয়ে তেওঁক কি কৰিব খুজিছে!

এই দুৰ্ব্বল মুহূৰ্ত্ত বোৰত স্বামীজীৰ একোটি হুঁত অভয়বাণীয়ে তেওঁক সজীৱ কৰি তুলিছিল। লাহে লাহে তেওঁ উপলব্ধি কৰিবলৈ ধৰিলে—

দুৰ্ব্বাৰ ইচ্ছা শক্তিৰ প্ৰচণ্ড সোঁত মনত বোৱাব লাগিব। তেতিয়া সংশয়ৰ ডাঠ কুঁৱলি নিমিষতে আঁতৰি পৰিব। বিশ্বাস দৃঢ়তৰ আৰু প্ৰেম গভীৰতৰ হৈ উঠিব। ইয়াৰ পিছত গুৰুৰ কৃপাৰ ফলত আত্মোপলব্ধিৰ প্ৰবেশ পথ মুকলি হ'ব। সাধনাৰ স্তৰে স্তৰে আগুৱাই গৈ থাকোঁতে শিৰায় শিৰায় এক অপূৰ্ব্ব অনুভূতিৰ তৰঙ্গ উপলব্ধি হ'ব। ধীৰে ধীৰে হৃদয়ত আত্মিক শক্তিৰ অনন্ত স্ফুৰণ প্ৰস্ফুটিত হৈ উঠিব।

# মাতৃ সাৰদামণি আৰু ভগ্নী নিবেদিতা।

১৮৯৮ চনৰ মাৰ্চ মাহৰ ১১ তাৰিখ। কলিকতাৰ ষ্টাৰ থিয়েটাৰ হলত বহা বিৰাট ৰাজহুৱা সভাত স্বামীজীয়ে মাৰ্গাৰেটক চিনাকী কৰি দিলে। আয়াৰলেণ্ডৰ জীয়াৰী কুমাৰী মাৰ্গাৰেট। ভাৰতবৰ্ষৰ সেৱাৰ কাৰণে সকলো ত্যাগ কৰি তেওঁ ইয়ালৈ আহিছে।

মাৰ্গাৰেটে লালিত্য পূৰ্ণ ভাষাৰে এটি অনুপম বক্তৃতা দিলে। সেৱাৰ ৰসেৰে উপচি থকা মাৰ্গাৰেটৰ সহজ সৰল উদাৰ অন্তৰ খনিক তেওঁ কোৱা কথা খিনিয়ে জ্বল জ্বল পট্ পট্ কৈ জিলিকাই তুলিলে। শ্ৰোতা সকল উৎসাহ আৰু আনন্দত উৎফুল্ল হৈ উঠিল।

পৰম পুৰুষশ্ৰীৰামকৃষ্ণৰ পত্নী পৰম স্নেহময়ী মাতৃ সাৰদামণি।

শ্ৰীবিবেকানন্দ প্ৰমুখ্যে তৰুণ সন্ন্যাসী সংঘৰ তেওঁ জননী। শ্ৰীৰামকৃষ্ণ পৰমহংস দেৱৰ চকুত তেওঁ জগন্মাতৃ ভবাণী। পাঁচ বছৰ বয়সতে ঠাকুৰৰ লগত তেওঁৰ বিয়া হৈছিল। লোকে কয়— তেওঁৰ স্বামী পাগল। সৰলা বালিকা সাৰদাই অন্তৰত আঘাট পায়। লাহে লাহে বয়স বঢ়াৰ লগে লগে বুজি পালে তেওঁৰ স্বামী পৰম প্ৰেমময়ৰ প্ৰেমত পগলা। স্বামীৰ চৰণ দুখনি ধুৱাই নিতম্ব জুৰি বাগৰি পৰা দীঘল চুলি তাঁৰবে মুচি দি পৰম সুখ অনুভৱ কৰে।

জগতে হাহেঁ, ইতিকিং কৰে শিৱ ভঙুৱা, ধুতুৰা খায়, মুণ্ড মালা লয়, সাপৰ অলঙ্কাৰ আৰু বাঘৰ ছাল পিন্ধে। ঘৰবাৰি ধুলিবলৈ তেওঁৰ একোৱেই নাই। শিৱ ভোলানাথ পগলা।

কিন্তু উমাৰ চকুত শিৱ প্ৰেমময়, তেওঁ মঙ্গলময়, তেওঁ কল্যাণময় তেওঁ পৰম প্ৰেমময়ৰ প্ৰেমত বলিয়া।

বিয়াৰ পিছতো চৈধ পোন্ধৰ বছৰ বযসলৈকে সাৰদাদেৱী পিতৃ গৃহত আছিল। তেওঁৰ স্বামী শ্ৰীৰামকৃষ্ণ আছিল কলিকতাৰ কাষৰ দক্ষিণেশ্বৰ কালী মন্দিৰৰ পূজাৰী। ফাল্গুৎসৱত গঙ্গাত স্নান কৰিবলৈ অহা গাঁৱৰে গোপিনী সকলৰ লগত সুদূৰ গাঁৱৰে ঘৰৰ পৰা আহি এদিন হঠাতে দক্ষিণেশ্বৰত ওলালহি। অভাগিনী জীয়াৰী সাৰদাৰ মন বুজি পাই দেউতাক ৰামচন্দ্ৰও লগতে আহিছিল। শ্ৰীৰামকৃষ্ণ সেই সময়ত ধ্যান মগ্ন আছিল। ধ্যানমুক্তিৰ পিছত সাৰদাক দেখি অবাক হ'ল আৰু নীৰবে ক'লে—

"মই সন্ন্যাসী। সংসাৰী নহয়। কিন্তু তুমি মোৰ পত্নী। তুমি মোক যদি সংসাৰত সোমাবলৈ কোৱা, মই সোমাই পৰিম।"

পতিভক্তি পৰায়ণা নাৰী সাৰদামণি তেওঁ উত্তৰ দিলে— "মই তোমাৰ সহধৰ্ম্মিনী। তোমাৰ ধৰ্ম্মই মোৰ ধৰ্ম্ম। তোমাৰ ধৰ্ম্ম তুমি পালন কঁৰা। তোমাৰ জীৱন ব্ৰতৰ মই সহায় হ'বলৈহে আহিছোঁ। তুমি মোক শিষ্যা কৰি লোঁৱা।"

সাৰদাদেৱীৰ কথা শুনি শ্ৰীৰামকৃষ্ণ তেওঁৰ প্ৰতি শ্ৰদ্ধা ভক্তিত আপ্লুত হৈ পৰিল। তেওঁক সম্বোধন কৰিলে—

"তুমি মোৰ মা আনন্দ ময়ী।"

পূজাৰ থাপনাত বহুৱাই সাৰদাদেৱীক ঠাকুৰে পূজা কৰিলে।

শ্ৰীৰামকৃষ্ণৰ মাতৃ চন্দ্ৰা দেৱীক কালী মন্দিৰৰ ওচৰতে থাকিবলৈ যো-যা কৰি দিয়া হৈছিল। শাহুৱেকৰ লগতে সাৰদামণিকো থাকিবলৈ দিয়া হ'ল। শাস্ত্ৰ আৰু স্বামীৰ সেৱা শুশ্ৰূষাই তেওঁৰ নীৰৱ তপস্যা হ'ল। তেওঁৰ স্বামীয়েই তেওঁৰ আৰাধ্য দেৱতা।

এদিন কুমাৰী ম্যাকলাউড আৰু চাৰা বুলক লগত লৈ মাৰ্গাৰেট সাৰদাদেৱীৰ কুটীৰলৈ গ'ল। সাৰদাদেৱীয়ে তেওঁ লোকক বৰ আলহ উদহ কৰি বহিবলৈ দিলে আৰু তেওঁ লোকৰ ঘৰৰ পিতৃ মাতৃ, ভাই ভনী আত্মীয় স্বজন সকলোৰে খবৰ বাতৰি ল'লে। আই মাতৃয়ে তেওঁলোকক "মা" বুলি সম্বোধন কৰিছিল। বিদেশী মেম কেইজনীক মাতৃয়ে এনেকৈ সম্বোধন কৰা দেখি কাষতে বহি থকা আন আন মহিলা কেইগৰাকী বৰ আচৰিত হ'ল। ইয়াত পিছত দেখিলে মেম কেইজনীৰ সৈতে একেলগে বহি সাৰদাদেৱীয়ে খোৱা লোৱাও কৰিলে। ইয়োৰোপ আমেৰিকাৰ পৰা অহা এই মেমচাহাব বোৰক সেই কালত ভাৰতীয় মানুহে একেবাৰে অশুচি বুলি ভাবিছিল। সিহঁতে চুলে চুৱা হয়, ঘৰত সোমালে ঘৰ অপবিত্ৰ হয়। সিহঁত বিদেশীনী। সাগৰ পাৰ হোৱাও সেই কালত মহা পাপ। সিহঁত সাগৰো পাৰ হৈ আহিছে। তাতে আকৌ সিহঁত খ্ৰীষ্টান ধৰ্ম্মৰ মানুহ।

জাতিৰ ভিতৰত শ্ৰেষ্ঠ ব্ৰাহ্মণ। ছিঃ ছিঃ সাৰদাদেৱী ব্ৰাহ্মণী হৈ এই বিদেশীনী, বিধৰ্ম্মী মেম তিৰোতা কেইজনীৰ লগত একেলগে বহি খোৱা পীয়া কৰিলে। গ'ল, গ'ল! জাতি কুল সোপাই ভ্ৰষ্ট হ'ল।

বিশ্বপ্লাবিনী মাতৃ স্নেহৰ স্তন্য ধাৰেৰে ওপচি থকা উদাৰ হৃদয়ৰ অধিকাৰীনী মাতৃ সাৰদাদেৱী। তেওঁৰ চকুত দেশী-বিদেশী, হিন্দু

খ্ৰীষ্টান, বৌধ-মুছলমান সকলো সমান। আইৰ কাৰণত সন্তানৰ জাতি ভেদৰ কিবা অৰ্থ থাকিব পাৰে জানো ?

মাৰ্গাৰেটে লগৰীহঁতৰে সৈতে আই মাতৃক প্ৰণাম জনাই বিদায় মাগিলে। আইয়ে ক'লে— "তোমালোকক দেখি মই বৰ সুখী হৈছোঁ, মোৰ আইহঁত।

আই সাৰদা দেৱীয়ে আৰু এটি নতুন কাণ্ড কৰি কু সংস্কাৰাচ্ছন্ন হিন্দু সমাজক তবধ লগালে। বিদেশীনী খ্ৰীষ্টান মাৰ্গাৰেটক তেওঁৰ নিজৰ ঘৰতে আশ্ৰয় দিলে। ওচৰচুবুৰীয়াই তেওঁক নথৈ নিন্দা কৰিলে।

সাৰদা দেৱীৰ কুটীৰটি পৰম শান্তিৰ মন্দিৰ আছিল। ৰাতি নৌ পুৱাওঁতেই আইৰ ভক্তা বৃন্দই নিশবদে চাদৰ-গাৰু আঁতৰাই কঠৰ ওপৰত আসন পাতি বেৰৰ ফাললৈ মু কৈ বহে আৰু হাতত মালা ঘূৰাই নাম জপ কৰিবলৈ আৰম্ভ কৰে। এনেকৈয়ে ধল পোহৰ হয়। সকলোটিয়ে ধূপ বন্তি জ্বলাই, নৈবেদ্য সজাই পূজাৰ কাৰণে সাজু হয়। কোমল সুৰত মন্ত্ৰ পাঠ একেলগে আৰম্ভ কৰে।

দুপৰীয়া আহাৰ কৰি উঠি খন্তেক জিৰণি লয়। সাঁজ লগাৰ লগে লগে আকাশ কঁপাই উকলি জোকাৰ দিয়াৰ পিছত মৃদু মৃদুকৈ শঙ্খধ্বনি বাজি উঠে। ওচৰ চুবুৰীয়াৰ তুলসী তলত বন্তিবোৰ জকমকাই জ্বলি উঠে। আই মাতৃয়েও তুলসী জুপিৰ কাষত বহি ধ্যানমগ্ন হয়। পৰম শ্ৰদ্ধাশীলা মাৰ্গাৰেটে কাষতে বহি সেই সমাধিস্থ মাতৃৰূপলৈ তন্ময় হৈ চাই থাকে। তেওঁ মনতে ভাবে— তেওঁৰ ভাগ্যৰ সীমা নাই!

ভাৰতৰ নাৰীৰত্ন সাৰদা দেৱীৰ আদৰ্শই মাৰ্গাৰেটক ভাৰতবৰ্ষৰ অন্তঃপুৰলৈ বাট দেখুৱাই দিলে।

মাৰ্গাৰেট অহাৰ বাৰ বছৰ আগতে পৰমপুৰুষ শ্ৰীৰামকৃষ্ণই তেওঁৰ নশ্বৰ শৰীৰ ত্যাগ কৰিছিল যছৰৰ পিছত বছৰ ধৰি যিটি কোঠাত তেওঁ সাধন ভজন কৰিছিল সেই কোঠাটিলৈ গৈ পৰম ভক্তিৰে মাৰ্গাৰেটে নিতৌ সেৱা জনাইছিল। পঞ্চবটীৰ বটৰ তলত

জোনাক ধবল বাতি ধ্যানৰ আসনত বহি তন্ময় হৈ পৰিছিল। চিত্তৰ সহজাত একাগ্ৰতা লৈ মাৰ্গাৰেট জন্মিছিল। এই একাগ্ৰতাৰ বলত তেওঁ সহজে ধ্যানৰ গভীৰতালৈ ডুবি গৈছিল আৰু তেওঁৰ বাহ্যজগতৰ চেতনাও লগে লগে নিচিহ্ন হৈছিল।

মাৰ্চ মাহৰ পঁচিশ তাৰিখৰ দিনাৰ এটি পবিত্ৰ ক্ষণত মাৰ্গাৰেটক স্বামীজীয়ে ব্ৰহ্মচৰ্য্য মন্ত্ৰত দীক্ষিত কৰিলে। তেওঁৰ নাম থ'লে নিবেদিতা। তেওঁ পবিত্ৰ হোমাগ্নিত আহুতি দি প্ৰতিজ্ঞা গ্ৰহণ কৰিলে—

"মই আজিৰ পৰা মনে প্ৰাণে পবিত্ৰ হলোঁ। ঈশ্বৰৰ ইচ্ছাত ভাৰতবৰ্ষৰ সেৱাৰ অৰ্থে নিজক সমৰ্পণ কৰিলোঁ।"

চেনেহৰ জীয়াৰী নিবেদিতাৰ উদ্দেশ্যে স্বামীজীয়ে এটি অনুপম কবিতা উৎসৰ্গ কৰিলে—

বিশ্বৰ মহান সকলোখিনিয়ে একেলগে থুপ পাতক নিবেদিতাৰ চৰিত্ৰত। মাতৃ হৃদয়ৰ দৰে মহৎ একো নাই, বীৰৰ প্ৰতিজ্ঞাৰ দৰে দৃঢ় একো নাই, বসন্তৰ বতাহৰ দৰে মধুৰ একো নাই, যজ্ঞশিখাৰ দৰে পবিত্ৰ একো নাই— এই সকলোবোৰ একেলগে থুপ পাতক নিবেদিতাৰ মাজত। এই সকলোবোৰতকৈও উচ্চ যদি কিবা থাকে সিও জাগি উঠক তেওঁৰ জীৱনত।

ভাৰতৰ ভৱিষ্যত সন্তানৰ,
সেৱিকা, বান্ধৱী, গুৰু, তুমি একেধাৰে।

অশেষ উৎসাহ আৰু উদ্দীপনাৰে সৈতে নিবেদিতাই ভাৰতৰ সকলো ঠাইতে ঘূৰি পকি ভাৰতীয় ৰীতি নীতি আৰু সংস্কাৰ সংস্কৃতিৰ লগত অতি সোনকালে চিনাকী হৈ পৰিল। ভাৰতেই হ'ল তেওঁৰ স্বদেশ, স্বৰ্গাদপি গৰিয়সী জননী জনম ভূমি। ভাৰতবাসীৰ তেওঁ হ'ল চেনেহৰ ভনী নিবেদিতা।

# ভ্ৰমণ শিক্ষাৰ প্ৰধান অঙ্গ

আলমোৰাত থকা চেভিয়াৰ দম্পতীয়ে স্বামীজীক নিমন্ত্ৰণ কৰি পঠালে। নিবেদিতা, জোচেফিন, চাৰা বুল আৰু কেইজনমান সন্ন্যাসীক লগত লৈ স্বামীজী হিমালয় অভিমুখে ট্ৰেইনত উঠিল। কেৱল কিতাপ পঢ়ি কোনো দেশৰ কথা খবচি মাৰি জানিব নোৱাৰি। ভ্ৰমণ শিক্ষাৰ ডাঙৰ অঙ্গ।

হাওৰাষ্টেচনৰ পৰা প্ৰবল বেগেৰে ট্ৰেইন আগুৱাবলৈ ধৰিলে। গাওঁ নগৰ, শস্যশালিনী পথাৰ, নদ-নদী, পাহাৰ পৰ্ব্বত, বিশাল অৰণ্যভূমি পাৰ হৈ গ'ল। স্বামীজীয়ে প্ৰত্যেক ঠাইৰ ঐতিহ্য, পুৰণি কাহিনী, এফালৰ পৰা অনৰ্গল বৰ্ণাই নিলে। বিহাৰ প্ৰদেশৰ মাজেৰে যাওঁতে কৈ গ'ল বুদ্ধ দেৱ, অশোকৰ গৌৰবোজ্জ্বল কাহিনী। স্বামীজীৰ কি অপূৰ্ব্ব বৰ্ণনা শক্তি, বুৰঞ্জীৰ কি অপৰিসীম জ্ঞান। নিবেদিতাই মন্ত্ৰ মুগ্ধৰ দৰে কেৱল একাগপতীয়া হৈ শুনি গৈছিল।

সাগৰৰ তলিৰ পৰা ছয়হেজাৰ ফুট ওখত অৱস্থিত নৈনিতাল চহৰ। সন্ন্যাসী আৰু সন্ন্যাসীনীৰ দলটো টাঙ্গা আৰু ঘোঁৰাৰ সহায়ত এই চহৰত উঠিলগৈ। খেতৰিৰ মহাৰজাই তেওঁলোকক অভ্যৰ্থনা জনালে। মহাৰজাই নৈনিতালৰ অধিষ্ঠাত্ৰী দেৱীৰ দেউলৰ কপাট মুকলি কৰি দিবলৈ পূজাৰীক আদেশ দিলে। বিদেশীনী মাংলা কেইগৰাকীৰে সৈতে সকলোটিয়ে দেৱীৰ চৰণত পূজা অৰ্চনা কৰিলে।

স্বামীজীয়ে মন্দিৰৰ নাটঘৰত আসন কৰি বহি আলাপ আলোচনাত লাগিল। এনেতে নিবেদিতাই মন্দিৰৰ বাহিৰলৈ মন কৰি দেখিলে, দুগৰাকী ধুনীয়া সাজ পাৰ পিন্ধা কপহী গাভৰুৱে ভিতৰলৈ সোমাবলৈ যত্ন কৰিছে। সিংহ দুৱাৰত থকা দ্বাৰপালে সিহঁতক চকু খঙা কৰি ধমকি দিছে আৰু ভিতৰ ফাললৈ আহিবলৈ বাধা দিছে। সিহঁতো নাচোৰ বান্দা। দুয়ৰীৰ চকুত বালি দি কিবা

উপায়ে ভিতৰলৈ সোমাল আৰু বোৱালেই। লোকে লোকে আহি স্বামীজীৰ চৰণত কেইটিমান সোণৰ মোহৰ থৈ আঠু লৈ প্ৰণাম জনালে আৰু ক'লে—"স্বামীজী, আমি মহাপাপী, এই মোহৰ কেইটি আপোনাৰ মহান কাৰ্য্যত লগাব বুলি আমি আশা কৰিছোঁ। আমাৰ প্ৰতি কৃপা কৰক।" স্বামীজীয়ে মিহিকৈ হাঁহিলে আৰু অতি সাদৰেৰে মোহৰ কেইটি গ্ৰহণ কৰিলে।

সেই যুৱতী দুগৰাকী ব্যভিচাৰিণী বেশ্যা বুলি নিবেদিতাই পিছতহে জানিব পাৰিলে। স্বামীজীয়ে ক'লে—সেই কলঙ্কিনী অসতী নাৰী দুগৰাকীও জগন্মাতাৰে ৰূপ। সিহঁতৰ অতীতৰ দুখ যান্ত্ৰণাময় জীৱনৰ কথা ভাবি তেওঁৰ হিয়া কাতৰ হৈ উঠে। কদৰ্য্য দৰিদ্ৰতাৰ নিষ্পেষণত এনে ভুল পথত যাবলৈ সিহঁত বাধ্য হৈছিল।

ইয়াৰ পিছত আলমোৰালৈ যাত্ৰা আৰম্ভ হ'ল। পুৰুষ সকল ঘোঁৰাত আৰু মহিলা সকল দোলাত উঠি সদলবলে গৈ আছিল পৰ্ব্বতৰ গাত থকা হেজামটুকুৰীয়া আলিয়েদি। হাতত জোৰ আৰু লেম্প লৈছিল। পৰ্ব্বতৰ ওপৰত থকা অকলশৰীয়া ডাকবঙলা এটাটো এৰাতি আছিলগৈ। চাৰিদিন চাৰিৰাতি ঘোঁৰাৰ পিছত তেওঁলোক আলমোৰা পালেগৈ। আলমোৰাৰ চাৰিওপাশে প্ৰাকৃতিক সৌন্দৰ্য্যৰ পয়োভৰ।

চেভিয়াৰ দম্পতীয়ে তেওঁলোক সকলোটিকে আদৰ উদহ কৰি থকা খোৱাৰ সকলো যা-যোগাৰ কৰি দিলে। মহিলা কেইগৰাকীৰ এটি সুকীয়া ঘৰ ভাবা কৰি দিয়া হ'ল। চাৰাবুল আৰু কুমাৰী জোচেফিন ম্যাকলাউডে খুব কিতাপ পঢ়াত লাগিল। নিবেদিতাই কিন্তু দেৱাত্মা হিমালয়ৰ প্ৰাকৃতিক সৌন্দৰ্য্যৰ বুকুত অকলশৰে ঘূৰি ফুৰিবলৈ আৰম্ভ কৰিলে।

হিমালয়ৰ টানে মানুহ অন্তৰাত্মাত বিবেক বৈৰাগ্যৰ উন্মীলন কৰে। ত্যাগ আৰু সেৱাৰ মহিমাৰে মহিমাময় চৰিত্ৰ গঠন কৰে। নিবেদিতাই দেৱভূমি হিমালয়ৰ ঐশ্বৰ্য্য প্ৰাণভৰি উপভোগ কৰিবলৈ

ধৰিলে। স্বামীজীয়ে ভাবিছিল নিবেদিতা নিঃসন্দেহে যুবক। মহিমাময় হিমালয়ৰ প্ৰভাৱে তেওঁক ত্যাগ আৰু সেৱাৰ অৰ্থে উপযুক্ত কৰি তুলিব।

নিতৌ বহুতো চক্ৰত আলোচনা হ'ল তালেয়ান বিষয়—ধৰ্ম, সাহিত্য, পুৰাণৰ কাহিনী, প্ৰাচ্য আৰু পাশ্চাত্যৰ জীৱন যাত্ৰাৰ পদ্ধতি, পৃথিৱী আৰু ভাৰতবৰ্ষৰ ইতিহাস, দেশপ্ৰেম ইত্যাদি। নিবেদিতাই সকলোবোৰ কথাবে পৰিপাটিকৈ টোকা লিখি থ'লে। এই টোকাবোৰৰ সহায় লৈয়ে তেওঁ পিছত দুখন কিতাপ লিখিলে—"গুৰুদেৱক মই যেনে ভাৱে পাইছিলোঁ।" (The master as I saw him) আৰু "স্বামী বিবেকানন্দৰ লগত ভ্ৰমণৰ কিছুমান টোকা" (Note of some wanderings with the Swami Vivekananda),

জাতীয় গৌৰৱ আৰু আজন্ম সংস্কাৰ সকলো ত্যাগ কৰি সম্পূৰ্ণ ভাৱে মুক্ত হ'ব পৰাটো পৃথিৱীৰ কোনো মানুহৰে সম্ভৱপৰ নহয়। নিবেদিতা মানুহ। তেওঁও নোৱাৰিছিল। স্বামীজীয়ে কিন্তু তেওঁক কায়মনোবাক্যে ভাৰতীয় মহিলা কৰি গঢ়ি তুলিবলৈ বাহিৰে দিনে চেষ্টা কৰিছিল। কেতিয়াবা নিবেদিতাৰ সন্মুখতে ইংৰাজ জাতিৰ বিপক্ষে কঠিন বাক্য বাণ হানিছিল। আমেৰিকাৰ মহিলা জোচেফিন ম্যাকলাউড, নৰওৱেৰ মহিলা বুলক এই বাণে চুব নোৱাৰিছিল। নিবেদিতাৰ কিন্তু আঘাত হ'লা পৰি গৈছিল আৰু তেওঁৰ মনটো মাৰি পেলাইছিল।

স্বামীজীয়ে নিবেদিতাক পৰমেশ্বৰৰ বামাশক্তি মহাকালীৰ ৰূপ ধ্যান কৰিবলৈ আদেশ দিলে। নিবেদিতা ধ্যানত বহিল। কিন্তু ভক্তি ভাৱেৰে বহাৰ লাগে লাগে তেওঁৰ মানস চকুত মাতা মেৰীৰ ৰূপটি জাগি উঠিল। স্বামীজীক অন্তৰ খুলি সকলো কথা ক'লে। স্বামীজীয়ে মাতৃ মেৰীৰ মাজেৰেই জগন্মাতৃ কালীৰ ৰূপ ধ্যান কৰিবলৈ আদেশ দিলে। নিবেদিতাইও সেই ভাৱেই ধ্যানৰ অভ্যাস কৰিবলৈ ধৰিলে।

গুৰুৰ কৃপাত নিবেদিতাৰ অতীত সংস্কাৰ সকলোবোৰ লাহে লাহে মন আৰু শৰীৰৰ পৰা আঁতৰিবলৈ ধৰিলে। এতিয়া তেওঁ এগৰাকী আদৰ্শ হিন্দু কন্যা। বেদান্তৰ সকলো শিক্ষা এটি এটি কৈ বাস্তৱ জীৱনত খটুৱাবলৈ চেষ্টা কৰিলে। আলমোৰাৰ মানুহ বিলাকৰ তেওঁ নিচেই আপোন হৈ পৰিল। কোনোৱে "আই" কোনোৱে "বাইদেউ" বুলি তেওঁক মাতিবলৈ ধৰিলে। স্বামীজীয়ে কঠোৰ সাধন আৰু ধ্যান ধাৰণাৰ দ্বাৰা নিজক মানৱ সেৱাৰ কাৰণে সাজু কৰি লৈছিল। নিবেদিতাকো তেনেভাৱেই কঠোৰ ব্ৰত, উপবাস, তপস্যাৰ মাজেৰে দেশ সেৱিকা কৰি গঢ়ি তুলিবলৈ যত্ন কৰিছিল।

আলমোৰা এৰি তেওঁলোক কাশ্মীৰ অভিমুখে যাত্ৰা কৰিলে। ভূস্বৰ্গ কাশ্মীৰ। বামভীতাল হ্ৰদৰ পাৰত টঙ্গু তঁৰি ৰ'ল। তাৰ পিছত কাশ্মীৰৰ ৰাজধানী শ্ৰীনগৰৰ ডাল হ্ৰদৰ বুকুৰ নাৱত কেইদিন মান কটালে। কাশ্মীৰৰ প্ৰাকৃতিক সৌন্দৰ্য্যই নিবেদিতাক অভিভূত কৰি তুলিলে।

কাশ্মীৰত আছে মহাতীৰ্থ অমৰনাথ। স্বামীজীয়ে তেওঁৰ মানস কন্যা নিবেদিতাক অমৰনাথ শিৱৰ চৰণত উছৰ্গা কৰিব বুলি থিৰাং কৰিলে।

দুৰ্গম পথ। বৰফৰ ওপৰে ওপৰে অতি কষ্টকৰ এই তীৰ্থ যাত্ৰা। ধৰ্ম্মপ্ৰাণ হিন্দু সকলে সকলো কষ্ট অকাটবে স্বীকাৰ কৰি অমৰনাথ শিৱক দৰ্শনৰ অৰ্থে যুগে যুগে এই যাত্ৰা কৰি আছে। কোনো ঠাইত বাটৰ চিন মোকাম অকণো নাই। পৰ্ব্বতৰ গাত বগাই আগবাঢ়ি থাকিব লাগে। গৈ থাকোঁতে হঠাতে সন্মুখত শিলৰ অলঙ্ঘ্য দেৱাল। তললৈ চাব নোৱাৰি। ভয়ানক খাল। ভৰিখন কেনেবাকৈ পিচল খালেই মৃত্যু অনিবাৰ্য্য। এনে ভয়াবহ পথেদিয়েই বিদেশীনী ছোৱালীটো লগত লৈ স্বামীজীয়ে অমৰনাথলৈ যাত্ৰা কৰিলে। বুল আৰু জোচেফিন ম্যাকলাউড্ পহলগামৰ টঙ্গুতে থাকিলে।

অফুৰন্ত শাৰীৰিক শক্তি থকা পুৰুষৰ কাৰণেও অমৰনাথৰ যাত্ৰা পথ উদং ভৰিৰে অতিক্ৰম কৰা সহজ সাধ্য নহয়। স্বামীজীয়ে ইচ্ছা কৰিছিল— নিবেদিতাই গোটেই পথত খুদা ভৰিৰে খোজ কাঢ়ক। স্বামীজীয়ে বাহ্যজ্ঞান হেকৱাই পেলাইছিল। বিশ্বচৰাচৰত শিৱময় দেখিছিল আৰু নিজেও শিৱময় হৈ পৰিছিল। তেওঁৰ নিমজ কৈ খুৰুৱা মূৰ, এহাতত লাখুটি আৰু আনটো হাতত জপমালা। শৰীৰত ভস্মৰ প্ৰলেপ। দিনটোত এবাৰ মাত্ৰ আহাৰ কৰিছিল। বাটত পোৱা প্ৰত্যেকটি কুণ্ডতে স্নান কৰিছিল। কেতিয়াবা যাত্ৰী সাধু সকলৰ মাজত হেৰাই নিবেদিতাৰ চকুৰ পৰা তেওঁ আঁৰ হৈ পৰিছিল। অনৰ্গল মন্ত্ৰ জপি থকাৰ কাৰণে তেওঁৰ ওঁঠ দুটি কঁপি থকা দেখা গৈছিল।

উঠানমা পৰ্ব্বতৰ গাত অৰণ্যৰ মাজে মাজে একেবাহে পৰিব্ৰাজন চলাৰ পিছত তেওঁ বিলাক প্ৰায় ওঠৰ হেজাৰ ফুট ওখত থকা শেষ নাগ পালেগৈ। তেওঁ বিলাকৰ হাত ভৰি বোৰ বৰফৰ দৰে টান হৈ পৰিছিল, তাতে টম্বু তঁৰি তেওঁলোক ৰ'ল। পৰম ভক্তা হিন্দু নাৰীৰ দৰে নিবেদিতাই সকলো শাৰীৰিক কষ্ট হাঁহি মুখেৰে পাহৰি পেলালে।

শেষনাগৰ পৰা দুহেজাৰ ফুট ওখলৈ উঠি গৈ আকৌ ত্ৰিগুণাতীত অমৰ নাথৰ গুহালৈ বহুত দূৰ নামি যাব লাগে। ৰাখী পূৰ্ণিমাৰ দিনা সেই তীৰ্থভূমিত উৎসৱৰ মহাপয়োভৰ। আগদিনা ৰাতিয়েই যাত্ৰী সকলে জোনাকৰ পোহৰে পোহৰে সদল বলে যাত্ৰা আৰম্ভ কৰিলে। ডালেমান দূৰৰ পৰা গুহাৰ মুখলৈকে বৰফে ঢাকি থোৱা বাট। মাজে মাজে বৰফৰ নৈ। স্বামীজী আৰু যাত্ৰী সকলে নৈ বোৰত স্নান কৰিলে।

গুহাৰ কাষ চপাৰ লগে লগে অনুভূতিৰ আতিশয্যাত স্বামীজীৰ মূৰ্ছা যাওঁ যাওঁ অৱস্থা হৈছিল। কিন্তু তেওঁ নিজকে চম্ভালি লৈ তুষাৰ নৈত গা ধুলে।

গুহাৰ ভিতৰত তুষাৰেৰে আবৃত বিশাল শিৱ লিঙ্গ। বাহিৰত কেইফালে যাত্ৰীৰ কোলাহল। গুহাৰ ভিতৰত এক গম্ভীৰ পৰিবেশ। স্বামীজীৰ কঁকালত কেৱল কৌপীন বস্ত্ৰখনি। শৰীৰ ভস্মেৰে ঢকা। গুহাৰ ভিতৰলৈ স্বামীজীয়ে প্ৰবেশ কৰিয়েই অপূৰ্ব্ব ভাবাবেশত অধীৰ হৈ মহাদেৱাদিদেৱ অমৰ নাথক দণ্ডৱৎ সাষ্টাঙ্গে প্ৰণিপাত কৰিলে।

ওঁম্ শিৱ! শিৱ!!

এক অনিৰ্ব্বচনীয় স্বৰ্গীয় জ্যোতিয়ে তেওঁক আৱৰি ধৰিলে। বিদ্যা আৰু প্ৰতিভাক হেচি ধৰি কোন অলৌকিক ভক্তিৰস তেওঁৰ হৃদয় ওপচাই উৎসাৰি উঠিল।

গুহাৰ ভিতৰৰ পৰা ওলাই আহি সেই বিস্ময়কৰ ভাবোন্মত্ততাত বিভোৰ হৈ থিয় দি থকা স্বামীজীৰ মুখলৈ নিবেদিতাই একেথৰে চাই আছিল। তেওঁ যেন সাক্ষাৎ ঈশ্বৰ। আঠুকাঢ়ি লৈ কৰযোৰে নিবেদিতাই স্বামীজীক ক'লে—"প্ৰভু! সেই অনুভূতিৰ অধিকাৰ মোকো দিয়া!"

স্বামীজীয়ে কেৱল নিবেদিতাৰ হাত ধৰি স্নিগ্ধ মধুৰ স্বৰেৰে ক'লে—

"নিবেদিতা শান্ত হোঁৱা। নিজক ডুবাই দিবলৈ শিকা, তেতিয়া বুজিবা প্ৰকৃত আনন্দ কি! এদিন নিশ্চয় এই তীৰ্থ যাত্ৰাৰ ফল ফলিব। কেৱল বাট চোৱা।" নিবেদিতাৰ দুগাল উপচি পুলকাশ্ৰু বাগৰি আহিল।

অমৰ নাথৰ পৰা তেওঁলোক শ্ৰীনগৰলৈ উভতিল। তাৰ পৰা স্বামীজীয়ে অকলে শক্তি তীৰ্থ ক্ষীৰ ভৱানীত পূজা অৰ্চ্চনা কৰিলেগৈ। মাতৃ ভাৱত তেওঁ বিভোৰ হৈ পৰিল।

ধ্যানৰ অভ্যাস আৰু প্ৰাৰ্থনা মন্ত্ৰৰ কি অমিত প্ৰভাৱ! নিবেদিতাই লাহে লাহে হৃদয়ত অনুভৱ কৰিবলৈ ধৰিলে— মহাশক্তিৰ অপূৰ্ব্ব জাগৰণ, চৰাচৰ বিশ্বত অন্তঃসলিলা ফল্গুৰ দৰে অবিৰাম বৈ থকা চৈতন্য শক্তি অনন্ত প্ৰবাহ। তেওঁৰ বুকুৰ ভিতৰত, হৃদপিণ্ডৰ মাজত এক অপূৰ্ব্ব সুন্দৰ মূৰ্ত্তি পদ্মাসনত ধ্যানস্থ।

শ্ৰীনগৰৰ পৰা বাৰমূল্লা পাই স্বামীজী মঠলৈ উভতিল। স্বামী সাৰদানন্দই নিবেদিতা, বুল আৰু জোচেফিনক উত্তৰ ভাৰতৰ দিল্লী, আগ্ৰা আদি বুৰঞ্জী প্ৰসিদ্ধ ঠাইবোৰ দেখুৱাবলৈ লৈ গ'ল।

ভালেমান ঠাই ফুৰি চাকি আৰু ফুৰিবলৈ নিবেদিতাই অনিচ্ছা প্ৰকাশ কৰিলে। তেওঁ বৰ উদ্বিগ্ন হৈ উঠিল। তেওঁৰ কৰিবলৈ বহুত বাকী আছে। কেতিয়া কৰি তেওঁ শেষ কৰিব? কাশীৰ পৰাই কলিকতালৈ গুচি আহিল।

# ভাৰতীয় নাৰী আৰু জনসেৱা।

শ্ৰীৰামকৃষ্ণৰ পত্নী পৰমাৰাধ্যতমা আই শ্ৰীসাৰদা দেৱীৰ লগতে নিবেদিতাই থাকিবলৈ ল'লেহি। আইৰ লগত কেইগৰাকীমান বিধবা বামুণীও আছিল। নিবেদিতা আনিবা তেওঁলোকৰ চকুৰ কুটা দাঁতৰ শূল হৈ হ'ল। নিবেদিতাৰ কল্পনা ক'লা পৰি যোৱাকৈ নিতৌ একো আহাৰ নক'লে তেওঁলোকৰ এজনীয়ো খাব পোৱণি নমৰিছিল।

কিন্তু নিবেদিতা আছিল পৃথিৱীৰ দৰে সহনশীলা। সেই কটুক্তি বোৰৰ কোনো প্ৰত্যুত্তৰ নিদি নীৰৱে সহ্য কৰিছিল। বৰং অমায়িক ব্যৱহাৰেৰে মহিলা কেইগৰাকীক মোহিত কৰি পেলাইছিল।

নিবেদিতা লাহে লাহে আই সাৰদা দেৱীৰ বুকুৰ মাজলৈ সোমাই পৰিল। দুয়ো একেলগে ধ্যান কৰে। ধ্যানত বহাৰ লগে লগে সাৰদা দেৱী তন্ময় হৈ পৰে। নিবেদিতাৰ কিন্তু মাজে মাজে ধ্যান ভাগি যায়। ধ্যানত মাতৃৰ তন্ময়তা দেখি তেওঁ বিস্ময়ত অভিভূত হৈ উঠে।

সাৰদা দেৱীৰ মহান ব্যক্তিত্বৰ সাঁচ নিবেদিতাৰ মনত দকৈ বহিল। তেওঁ এঠাইত লিখিছে—

"মই ভাৱোঁ, ভাৰতীয় নাৰীত্বৰ বিষয়ে দিয়া শ্ৰীৰামকৃষ্ণৰ শেষ বাণী মাতৃ সাৰদা দেৱীৰ ব্যক্তিত্বত মূৰ্ত্তিমতী হৈ উঠিছে। কিন্তু ভাৰতবৰ্ষৰ পুৰণি আদৰ্শ নাৰী সমাজৰ তেঁৱেই শেষ গৰাকী নাৰী নে কি? নতুবা নতুন আদৰ্শত উদ্বুদ্ধ হোৱা ভাৰতীয় নাৰী সমাজৰ তেওঁ প্ৰথমগৰাকী আদৰ্শ প্ৰতিনিধি? অতি অসাধাৰণ মহিলা এগৰাকীয়ে লাভ কৰিব পৰা জ্ঞান আৰু মধুৰতা তেওঁৰ চৰিত্ৰত প্ৰকাশ পাইছে বুলি সকলোৱে অনুভৱ কৰিব পাৰে। তেওঁৰ জীৱনৰ পবিত্ৰতাতকৈও তেওঁৰ মৰ্যাদাৰ উচ্চতা আৰু মহৎ মনৰ উদাৰতা মোৰ কাৰণে বৰ আচৰিত কথা।"

স্বামীজীয়ে নিবেদিতাক কৈছিল—

"নিবেদিতা, ভাৰতীয় নাৰী সমাজৰ মঙ্গল সাধনৰ উদ্দেশ্যে আগবঢ়াৰ আগতে তেওঁলোকক তুমি বুজি ল'ব লাগিব। আদৰ্শ হিন্দু নাৰীৰ দৰে জীৱন যাপন কৰা আৰু উপলব্ধি কৰিবলৈ চেষ্টা কৰা হিন্দু নাৰীৰ নাৰীত্ব কি?"[৮]

ভাৰতৰ নাৰী জাতিৰ কল্যাণ সাধনেই জীৱনৰ পবিত্ৰতম ব্ৰত বুলি নিবেদিতাই গ্ৰহণ কৰিলে। কলিকতাৰ সকলো ধৰণৰ পৰিয়ালৰ তিৰোতা সকলৰ কাষলৈ অহা যোৱা কৰিবলৈ ধৰিলে। তেওঁলোকৰ সুখে দুখে একো আধাৰ স্নেহ সহানুভূতিৰ মাত দিলে। হিন্দু নাৰীৰ নীতি নিয়ম সদাচাৰ কদাচাৰ সকলোবোৰ আয়ত্ব কৰি পেলালে। তাৰ কিছু নিজৰ জীৱনত নিখুঁত ভাৱে পালন কৰিবলৈ ধৰিলে। পুত্ৰৰ মৃত্যুত কাতৰ হোৱা মাতৃৰ কাষত বহি সান্ত্বনা দিলে। আনকি মৃত স্বামী যোগানন্দৰ শৱ যাত্ৰাত শ্মশানলৈ গৈ অন্ত্যেষ্টি ক্ৰিয়াতো যোগ দিলে।

কিছুদিনৰ পিছত নিবেদিতাৰ কাৰণে এটি সুকীয়া ঘৰৰ দিহা কৰি তেওঁক তাতে থাকিবলৈ দিয়া হ'ল। কোনো তিৰোতাই মেমৰ বান্দী হ'বলৈ ইচ্ছা নকৰে। কোনোমতে চাকৰণী এজনী বিচাৰি

উলিয়া হ'ল। তাইও তেনেই বৰ ধুভি। তাইৰ মানত নিবেদিতা সদায় বিধুতি। যেনেকৈ একোকে চুবলৈ নিদিয়ে। যেনে পাকঘৰৰ দুৱাৰ দলিটোও পাৰ হ'ব নোৱাৰে। সোমালেই চাউলে খাৰধিয়ে হেতাই তলীয়াই সোপাই চুৱা হ'ব। বান্ধি বাঢ়ি বাহিৰলৈ উলিয়াই দিব, বাহিৰতে খাব। যেনে হাতৰে চোৱা আৰু খোৱা বোৱা কৰা কাঁহী বাটি সোপা ধুই পখালি লৈ গা-পা ধুই শুচী হৈ হে আন কামত তাই হাত দিয়ে।

পিছে নিবেদিতাৰ ধাৰ্ম্মিক জীৱনৰ সাত্ত্বিকতা আৰু হিন্দুনাৰীৰ দৰে আচাৰ নীতি দেখি তাই অবাক হ'ল আৰু কেইদিনমানৰ পিছতে আপুনি দো খালে। তাইৰ মানত নিৰ্বেদিতা স্বয়ং ভগৱতী যেন হ'ল। লাহে লাহে তেওঁক "আই বুলি মাতিবলৈ ল'লে।

নিবেদিতা থকা ঘৰটোৰ বাহিৰৰ চ'ৰা ঘৰটোত ব্ৰহ্মচাৰী সদানন্দক থাকিবলৈ স্বামীজীয়ে আদেশ দিলে। সদানন্দই নিবেদিতাক নিতৌ ৰামায়ণ-মহাভাৰতৰ সাধু শুনাবলৈ ধৰিলে। হিন্দু সমাজৰ আচাৰ বিচাৰ কৃষ্টি সংস্কৃতিৰ বিষয়েও আলোচনা কৰিলে। নিবেদিতাই প্ৰশ্নৰ ওপৰি প্ৰশ্ন কৰিছিল আৰু সকলোবোৰ হিন্দু নীতিৰে তাৎপৰ্য্য বঢ়িয়াকৈ বুজি লবলৈ চেষ্টা কৰিছিল।

তেওঁলোকৰ কোঠালিটিৰ ভিতৰৰ চাৰিও পাশ অমূল্য গ্ৰন্থ ৰাজিৰে ঠাহ খাই আছিল। তাত আছিল ইংৰাজী ভাষালৈ অনুবাদ হোৱা হিন্দুৰ ধৰ্ম [illegible]সমূহ, বাইবেল, বাউডেনৰ "বুদ্ধচৰ্য্য," এমাৰ্চন, জোৱান অব আ[illegible] লুইচ, আলেকজেণ্ডাৰ আদি মহাপুৰুষ আৰু বিচুষী মহিলাৰ জীৱনী পুথি। আৰু কিতাপবোৰ যে অমূল্য গ্ৰন্থ সেই চিকুন কোঠাটিত পৰিপাটিকৈ সজাই থোৱা হৈছিল। ভিতৰ ফালৰ পৰা কেতিয়াও বাহিৰলৈ নোলোৱা, অসূৰ্য্যম্পৰ্শা এগৰাকী ধৰ্ম্মপৰায়ণা সাত্ত্বিক হিন্দু নাৰী নিবেদিতা। এটি মহৎ

লক্ষ্যত নিশ্চয় তেওঁ উপনীত হ'ব লাগিব। মনবদৃঢ়তা আৰু গভীৰ নিষ্ঠাৰে তেওঁ অহৰহ ব্ৰত পালন কৰিছে আৰু গভীৰ অধ্যয়নত মগ্ন হৈ আছে।

সন্ধ্যায় আবেলি বেলা নিবেদিতা মাতৃ সাৰদা দেৱীৰ কাষ পাইছিলগৈ। মাতৃৰ লগত থকা মহিলা সকলৰ অন্তৰো লাহে লাহে তেওঁ জয় কৰি পেলালে। এদিন তেওঁৰ গাত্ৰে মূৰে হাত ফুৰাই সাৰদা দেৱীয়ে ক'লে—

"আই, তোমাৰ গুৰুক তুমি ভাল পোৱা। তোমাৰ ভাল পোৱা অফুৰন্ত হওক। সাধুপুৰুষক ভাল পালে আত্মাৰ নৱজন্ম হয়। ইয়াৰ নামেই, ভগবানৰ প্ৰতি ভক্তৰ ভাল পোৱা। পবিত্ৰ প্ৰেমেই আত্মাৰ পোহৰ। মোৰ গুৰুক যেনেকৈ ভাল পাইছিলোঁ, তুমিও তোমাৰ গুৰুক তেনে ভাৱেই ভাল পোৱাঁ।"

কৰ্ম্মবীৰ বিবেকানন্দ। মঠৰ মন্দিৰত বহি কেৱল ধ্যান কৰি থকাটো তেওঁ একেবাৰে পছন্দ নকৰিছিল। তেওঁ ব্ৰহ্মচাৰী শিষ্য সকলক আদেশ দিছিল—

তেওঁলোকে গাঁৱে-ভূঞে-নগৰে-চহৰে গৈ বেদান্তৰ অমোঘ বাণী প্ৰচাৰ কৰক আৰু আধ্যাত্মিক সাধনৰ মাজেৰে জনকল্যাণৰ কামত মনপুতি লাগি যাওক।

স্বামী ব্ৰহ্মানন্দই তেওঁলোকক আধ্যাত্মবিদ্যাৰ শিক্ষা দিছিল। সপ্তাহত দুদিনকৈ নিবেদিতাই শৰীৰ বিজ্ঞান, উদ্ভিদবিদ্যা আৰু শিক্ষা বিজ্ঞানৰ পাঠ দিছিল।

মাতৃভূমি ভাৰতবৰ্ষৰ সেৱাৰ কাৰণে এদল তৰুণ সন্ন্যাসী গঢ়ি পিতি তুলিবলৈ স্বামীজীয়ে অহোপুৰুষাৰ্থ কৰিছিল। তেওঁ ভাবিছিল—সেই ডেকা সন্ন্যাসী দল হ'ব লাগিব সুশিক্ষিত আৰু স্বাৰ্থত্যাগী,

মানসিক আৰু শাৰীৰিক বলত বলীয়ান, কষ্ট সহিষ্ণু আৰু লোক সেৱাব্ৰতত দৃঢ়ব্ৰতী। এই মহৎ প্ৰশিক্ষণ কাৰ্য্যত তেওঁক নিবেদিতাই যথেষ্ট সহায় কৰিছিল।

হাপানি ৰোগত ভোগি বিচনাত পৰি থকাৰ পৰাই নিবেদিতাক স্বামীজীয়ে সকলো প্ৰকাৰে উপদেশ আৰু নিৰ্দ্দেশ দি মঠৰ যাৱতীয় কাম চলাই আছিল। তেওঁ কৈছিল—

"নিবেদিতা, পৰৰ মুক্তিৰ কথা যি ভাবে, তেওঁৰ মুক্তি আপুনি আহিব। জনসেৱাই ভগৱৎ সেৱা। সেৱাৰ মাজেৰেই আত্মশোধনৰ সুযোগ মিলে। আত্মাৰ পবিত্ৰতা লাভ হয় সেৱাত। জনসেৱাৰ দৰে পবিত্ৰ ধৰ্ম্ম নাই। দুৰ্দ্দশাগ্ৰস্ত অশিক্ষিত ভাৰতবাসীক শিক্ষিত কৰি তোলাটোৱেই মহৎ জনসেৱা। ভাৰতীয় নাৰীক শিক্ষাৰ পোহৰ দিয়াটোৱেই তোমাৰ জীৱনৰ ব্ৰত হওক। প্ৰথমতে আনিব লাগিব হিয়ালৈ প্ৰেম। প্ৰেমে আনিব সৰলতা আৰু নিষ্কাম কৰ্ম্মৰ কাৰণে অনুপ্ৰেৰণা"।

স্বামীজীৰ দিনে দিনে অসুখ বেছি হৈ আহিছিল। কুমাৰী ম্যাকলাউডে স্বামীজীক আমেৰিকালৈ নিমন্ত্ৰণ কৰিলে। আমেৰিকাত অলপদিন থাকিলেহি তেওঁৰ স্বাস্থ্য ঘূৰাই পাব। নিবেদিতাই ও যাবলৈ পৰামৰ্শ দিলে। স্বামীজীও মান্তি হৈ আমেৰিকা যাত্ৰাৰ যো-যা কৰিলে।

## তেজস্বিনী নিবেদিতা

ইতিমধ্যে কলিকতা মহানগৰীত প্লেগ মহামাৰীয়ে ভয়াবহ ৰূপে দেখা দি আতঙ্কৰ সৃষ্টি কৰিলে। দিনে দিনে শ শ মানুহ মৃত্যু মুখত পৰিল। মহাৰাষ্ট্ৰত লাখ লাখ মানুহ প্লেগ ৰাক্ষসিনীয়ে যেন টেটুত

চেপি চেপি মাৰিলে। এইবাৰ তাই কলিকতাৰ বুকুত ভয়ঙ্কৰ সংহাৰ নৃত্য কৰি কিৰিলি পাৰিছে। নগৰবাসী মহাত্ৰাসত বিহ্বল হৈ ঘৰবাৰি এৰি পলাবলৈ আৰম্ভ কৰিলে। স্বামী বিবেকানন্দ আৰু স্থিৰেৰে থাকিব নোৱাৰিলে। তেওঁ যুৱক যুৱতী সকলক আহ্বান দিলে ভয়াবহ মৃত্যুক হাঁহি মুখেৰে আলিঙ্গন কৰিবলৈ। আমি অমৃতৰ পুত্ৰ, মৃত্যুলৈ ভয় কৰি পলাই যাম ? সি কেতিয়াও হ'ব নোৱাৰে। শ্ৰীৰামকৃষ্ণ মিছনৰ সন্ন্যাসী সকলক ৰোগী শুশ্ৰূষা কামত দেহে কেহে লাগি যাবলৈ আদেশ দিলে। এখনি সেৱা সমিতি গঠন কৰি তেওঁ তাৰ সভাপতি হ'ল। সেৱা কাৰ্য্য পৰিচালনাৰ সম্পূৰ্ণ ভাৰ নিবেদিতাৰ হাতত দিলে।

নিবেদিতাই সন্ন্যাসী সকলক লগত লৈ অপৰিষ্কাৰ ঠাইবোৰ চাফ-চিকুন কৰিবলৈ লাগি গ'ল। জাবৰৰ দ'মবোৰ, আৱৰ্জনাৰে ভৰি থকা গুদাম ঘৰবোৰেই হৈছে এন্দুৰৰ বাঁহ। এই এন্দুৰ বিলাকৰ গাতে প্লেগ বেমাৰৰ জীবাণু উৎপন্ন হৈ মানুহলৈ সোঁচৰে। নিবেদিতাই ইংৰাজী বাতৰি কাকতৰ যোগেৰে আবেদন জনাই অৰ্থও সংগ্ৰহ কৰিলে।

১৮৯৯ খ্ৰীষ্টাব্দৰ ২১ এপ্ৰিলৰ দিনা ক্লাছিক থিয়েটাৰ হলত এখনি ৰাজহুৱা সভা আহ্বান কৰা হ'ল। "দেশ আৰু ছাত্ৰৰ কৰ্ত্তব্য"ৰ বিষয়ে নিবেদিতাই সেই সভাত এটি উদ্দীপনাময় বক্তৃতা দিলে।

তেওঁ কলিকতাৰ ছাত্ৰ সমাজক আহ্বান জনাই ক'লে—

"প্লেগ নিবাৰণৰ কামত সহায় কৰিবলৈ মানুহ বুলি নিজক যি ভাবে, তেনে প্ৰত্যেকজন মানুহকে মই আহ্বান কৰিছোঁ। আজি ধৰ্ম্মৰ আহ্বান আহিছে আৰু আহিছে কৰ্ম্মৰ আহ্বান। নিজক বলি দিয়াই হ'ল শ্ৰেষ্ঠ পূজাৰ অৰ্ঘ্য। তোমালোকৰ বিশ্বাসক, অগ্নিময় বিশ্বাসত, অগ্নিময় নিঃশ্বাসত পৰিণত কৰিব কিমানজনে পাৰিবাহঁক ? এই চহৰতে এদাতিত ধৰ্ম্মৰ শ্ৰেষ্ঠ আচাৰ্য্য শ্ৰীৰামকৃষ্ণ আছিল। তেওঁ ব্ৰাহ্মণ সন্তান। পিছে, কোনোবাই কিজানিবা বাধা দিয়ে,

ঝাড়িয়েই হাতত লাবে ভৰিত লাবে যায় মেথৰৰ ঘৰলৈ, সিহঁতৰ নৰ্দ্দমাৰ পায়খানা পৰিষ্কাৰ কৰে নিজৰ মুখৰ চুলিৰে।

এই বক্তৃতাৰ পিছত কলিকতাৰ ছাত্ৰ সমাজত এক অপূৰ্ব্ব জাগৰণে দেখা দিলে। হাতত ঝাড়ুনী আৰু বাল্টি লৈ দলে দলে ছাত্ৰ-ছাত্ৰী ৰাজ পথলৈ ওলাই আহিল। লগত আহিল অভয় দাত্ৰী করুণাময়ী মাতৃৰূপত ভনী নিবেদিতা। বাটৰ ওপৰত আৰু দাঁতি কাষৰৰ অ'ত ত'ত পৰি থকা গেলা পচা মৱলা আৰু আবৰবোৰ ঝাড়ুনীৰে সাৰি আনি ঠায়ে ঠায়ে দ'ম কৰি জুই লগাই দিলে। মুচি মেথৰৰ ঘৰবোৰৰ চাৰিও পাশ আৰু ভিতৰবোৰ সাৰি মুচি চাফ-চিকুন কৰি পেলালে। সেই ঠাইবোৰত প্লেগ জীৱাণু নাশক দৰৱ ঢালিলে।

এই কেইদিন নিবেদিতাই কেৱল গাখীৰ খাই আছিল। ৰোগীযাৰ দৰৱ কিনা খৰচ উলিয়াৰ কাৰণে কিছুমান দিন গাখীৰ খাবলৈকো এৰি দিছিল। তেজস্বিনী নাৰী নিবেদিতা। তেওঁ ভয়শূন্য হৈ মহানগৰীৰ সুৰুকীয়া আলিবোৰত সোমাই বেমাৰী বোৰৰ সেৱা শুশ্ৰূষা কৰি ফুৰিছিল। তেওঁৰ বিক্ৰম দেখি নগৰবাসী সকলৰ অন্তৰ উৎসাহ উদ্দীপনাৰে ভৰি পৰিছিল। ভয়ঙ্কৰ সংক্ৰামক প্লেগ মহামাৰিৰ প্ৰতি তেওঁলোকৰ বুকুত বাঁহ লোৱা ভয় সমূলি নিৰ্ম্মূল হৈ গৈছিল। গাভৰু সকলে প্ৰথমতে লাজ সংকোচ কৰিছিল যদিও স্নেহময়ী নিবেদিতাৰ আহ্বানত তেওঁলোকো ৰাজপথলৈ ওলাই আহি সেৱাৰ কামত লাগিছিলহি।

মৃত্যুৰ আতঙ্কৰে ভৰা কাল ৰাতি। এটি নীৰৱ পঁজাৰ ভিতৰত করুণাময়ী মাতৃ নিবেদিতা বহি আছিল। তেওঁৰ চকুযোৰিত তীব্ৰ জ্যোতি। সন্মুখত প্লেগৰ যাতনাত চটফটাই থকা এটি শিশু। অলপ আগতে তাৰ মাক দেউতাকক শ্মশানলৈ নিয়া হ'ল। সিও মৃত্যু মুখত। সকলোৱে নিবেদিতাক আঁতৰি আহিবলৈ উপদেশ দিছে।

তেওঁ কিন্তু শিশুটিক কোলাত তুলি লৈ ঔষধ খুৱাইছে আৰু শান্তি দিবলৈ চেষ্টা কৰিছে। ৰাতি গভীৰ হৈ আহিছিল। কেৱল শ্মশান যাত্ৰী সকলৰ মাজে মাজে বথা বতৰা শুনা গৈছিল। শিশুটিয়ে আই আই কৰি নিবেদিতাক সৰু সৰু বাওঁসী হুটিৰে সাৱটি ধৰিছিল। তেওঁৰ ছুচকুৰ পৰা ধৰ ধৰাই চকুলো বাগৰি আহিছিল।

শেষবাৰৰ কাৰণে শিশুটিয়ে মৃত্যুৰ বিপক্ষে সংগ্ৰাম কৰিলে। সি থৰ থৰ কৰে কঁপি কঁপি নিবেদিতাৰ কোলাত জথৰ হৈ শুই পৰি শেষ নিশ্বাস এৰিলে।

স্বামীজী ৰোগ শয্যাত পৰি আছিল। নিবেদিতা তেওঁৰ কাষলৈ আহি নম্ৰ ভাৱে থিয় হ'ল আৰু সেৱা কাৰ্য্যৰ হুবহু বৰ্ণনা ভাঙি ধৰিলে। স্বামীজীয়ে মনত বৰ আনন্দ পালে আৰু ক'লে—

"এনে নিষ্কাম ভাৱেই জনসাধাৰণৰ সেৱা কৰি যাব লাগিব। তেওঁলোকৰ বিপুল আত্মাৰ লগত তোমাৰ আত্মাক এক কৰি দি সেৱা কৰি যোৱা। তেতিয়াই সেই সেৱাৰ অমৃতময় আনন্দ অনুভৱ কৰি আত্মহাৰা হৈ পৰিবা।"

গুৰুৰ বাক্যৰ প্ৰতি গভীৰ অনুৰাগ আৰু তেওঁৰ প্ৰতি অতুলন প্ৰেম অন্তৰত উদয় হ'লেই ভক্তই সকলো পায়। গুৰুৰ প্ৰতি নিবেদিতাৰ হৃদয় প্ৰেম ভক্তিৰে উপচি পৰিল। স্বামীজীৰ চৰণত দীক্ষা গ্ৰহণ কৰি নিবেদিতা নাম লৈ নৱজন্ম লোৱাৰ পৰা এবছৰ পাৰ হৈ গ'ল। এতিয়া সন্ন্যাস ব্ৰতত দীক্ষা লোৱাৰ সময় আহিছে। নিবেদিতাই ইচ্ছা প্ৰকাশ কৰিলে। স্বামীজীয়েও বুজি পালে।

স্বামীজীয়ে তেওঁক সন্ন্যাস মন্ত্ৰত দীক্ষা দিলে। হিন্দু বিধবাৰ দৰে পবিত্ৰ নিষ্ঠাৰে সকলো নিয়ম নীতি নিয়াৰিকৈ তেওঁ পালন কৰিবলৈ ধৰিলে। শিৱ জ্ঞানেৰে জীৱ সেৱা কৰাই তেওঁৰ জীৱনৰ শ্ৰেষ্ঠতম ব্ৰত হ'ল।

নিবেদিতাই প্ৰায়েই বগা কাপোৰ আৰু কণ্ঠত ৰুদ্ৰাক্ষৰ মালা পিন্ধিছিল। মাজে মাজে সুমথিৰা বৰণৰ সাজ পাৰো পিন্ধিছিল। তেওঁক এগৰাকী দিব্য শক্তি সম্পন্না সন্ন্যাসিনীৰ দৰে দেখা গৈছিল।

নৈষ্ঠিক ব্ৰহ্মচাৰীণী নিবেদিতা তেওঁ মুহূৰ্ত্তে মুহূৰ্ত্তে সতৰ্ক হৈ আছিল। ত্যাগ-সংযমৰ সাধনা আৰু ধ্যান ধাৰণা তেওঁৰ জীৱনৰ মহান ব্ৰত। লাহে লাহে তেওঁৰ মন আৰু শৰীৰলৈ আহিবলৈ ধৰিলে অপূৰ্ব্ব স্বাস্থ্য, অফুৰন্ত উদ্যম আৰু অনাবিল আনন্দ। অতীন্দ্ৰিয় জগতৰ জাপ গৈ পৰা তুৰাৰ খন মাজে মাজে যেন মেল খাই যায়। তেওঁ অবাক বিস্ময় হৈ চাই থাকে। চকুৰ আগত ভাঁহি উঠে কিছুমান পোহৰৰ লিপি, জ্যোতিৰ্ম্ময় অক্ষৰৰ মালা।

সেই সন্ন্যাস ব্ৰত গ্ৰহণৰ দিনা— হোম, যজ্ঞ, পূজা, অৰ্চ্চনা সুপ্ৰতুল ভাৱে শেষ হৈ গ'ল। স্বামীজীয়ে নিবেদিতাক কাষতে বহুৱাই ক'লে—

"মাৰ্গট, ছজন মাত্ৰ শিষ্যই যদি এনে ভাৱে ভাল পাবলৈ শিকে, এটি নতুন ধৰ্ম্মৰ উদয় হ'ব। কেৱল ছজন শিষ্য দিয়া, মই জগত জয় কৰিম। যোঁৱা যিজনে বুদ্ধত্ব লাভৰ আগতে পাঁচ খাৰ পৰৰ অৰ্থে জীৱন দান কৰিছিল, তেওঁক অনুসৰণ কৰা।"

## ছোৱালী-স্কুল

নাৰীজাতিৰ উন্নতিৰ মূলত তেওঁলোকৰ মাজত শিক্ষা বিস্তাৰ। কিন্তু ছোৱালী বুলিলেই সিহঁতক বিয়া দিবৰ কাৰণে সকলে পৰা তৈয়াৰ কৰি তুলিব লাগিব। সিহঁতে শাহুৰী ভাত খাবলৈ লাগিব। সিহঁতৰ পঢ়া শুনা ফুতুকাৰ কেন সোপা। জ্ঞানবিদ্যা ধুই সিহঁতে পানী খাব নে কিবা?

স্ত্ৰী শিক্ষাৰ বিপক্ষে চাৰিও ফালৰে পৰা এনে ধৰণেই প্ৰতিবাদ আহিছিল। কিন্তু, সিংহীনী নিবেদিতাক অকণো বিচলিত কৰিব নোৱাৰিলে। কলিকতাৰ বাগবজাৰত ভাৰতীয় আদৰ্শত এখনি ছোৱালী স্কুল খোলাৰ যো-যা কৰিলে। কাশ্মীৰৰ মহাৰজাই পোন প্ৰথমতে এই স্কুললৈ আঠশ টকাৰ এটা অনুদান আগবঢ়ালে।

এদিন এখন সভাপাতি স্ত্ৰীশিক্ষাৰ বিষয়ে অভিভাৱক সকলক নিবেদিতাই বুজাই আছিল। মানুহবে গম খাই থকা সভা ঘৰৰ এঠাইত স্বামীজী যে বহি থাকি জীয়েকহঁতক পঢ়াবৰ কাৰণে অভিভাৱক সকলক ভুকুৱিয়াই আছিল নিবেদিতাই গমকে ধৰিব পৰা নাছিল। নিবেদিতাই জীয়াৰী হঁতক স্কুললৈ পঠাবৰ কাৰণে অভিভাৱক সকলক আহ্বান দিলে। উত্তৰত হঠাৎ স্বামীজী মানুহৰ মাজত থিয় হৈ এজন ভদ্ৰলোকলৈ আঙুলিয়াই দি ক'লে—

"তেখেতৰ ছোৱালীটী তোমাক দিব।"

হঠাৎ স্বামীজীক মানুহৰ মাজত দেখি নিবেদিতা চমক খাই উঠিল আৰু আনন্দত উৰুকুত হৈ হাত চাপাৰি বজাই সৰু ছোৱালী এজনীৰ দৰে নাচিবলৈ ধৰিলে।

স্বামী সদানন্দৰ লগত নিবেদিতা অভিভাৱক সকলৰ ঘৰে ঘৰে গৈ বুজাই বঢ়াই কেইজনীমান ছোৱালী গোটালে আৰু স্কুলখনি অনুষ্ঠানীয়াকৈ আৰম্ভ কৰিলে। ১৮৯৯ খ্ৰীষ্টাব্দৰ নবেম্বৰ মাহৰ তেৰ তাৰিখে আই সাৰদা দেৱীয়ে স্কুলখনিৰ দুৱাৰ মুকলি কৰিলে। মাতৃদেৱীয়ে আশীৰ্ব্বাদ দিলে—

এই স্কুলত শিক্ষা পোৱা সকলো ছাত্ৰীয়েই যেন আদৰ্শ নাৰী হৈ মাতৃভূমিৰ মুখ উজ্জল কৰে।

কণ কণ ছোৱালীটীহঁতে স্কুলৰ মজিয়াত জুম বান্ধিলেহি। তেওঁলোকে খেলা ধূলা কৰা বস্তুবোৰো স্কুললৈ লৈ আহে।

নিবেদিতাই ছবি আঁকিবলৈ শিকায়। এসোপা বোকা গোটাই দি পুতলা সাজিবলৈকো দিয়ে। সিহঁতৰ অতি মৰমৰ বাইদেউ নিবেদিতা। সিহঁতৰ ভোক পিয়াহ হবি যায়। কেউফালে ৰং ৰহইছ, খেলা ধূলা। ইয়াৰ মাজতে অকণ অকণ লিখা আৰু পঢ়া কাম। অকণ অকণ অঙ্ক কৰা কাম। টেটেলিৰ গুটিবোৰ গণিবলৈ শিকা। ভিক্ষাৰিহঁত আহি স্কুলৰ মুখত ৰ'লে ভনীটীহঁতে সিহঁতক ভিক্ষাও দিব লাগে। তাটৌৰ দৰে মুবুজা কথাবোৰ আওৰাব নালাগে। অকণো আমনি নালাগে। কেৱল ফুৰ্ত্তি, উছাহ আৰু আনন্দ।

স্বামীজীয়ে নিবেদিতাক উপদেশ দিলে—

"শিশুটিহঁতে ঈশ্বৰৰ মূৰ্ত্তি যেনে ভাৱে কল্পনা কৰে, তেনে ভাৱেই একোটি মূৰ্ত্তি গঢ়িবলৈ দিয়া। ছবিও আঁকিবলৈ দিয়া। হিন্দু শাস্ত্ৰৰ ৰীতি অনুসাৰে পূজা কৰিবলৈ শিকোৱা। সকৰে পৰা সকলো ধৰ্ম্মৰ শাস্ত্ৰ সমূহৰ প্ৰতি যাতে সমানে শ্ৰদ্ধা ওপজে সেই ভাৱবো তেওঁলোকৰ অন্তৰত গুটি সিঁচা। গৰু, ছাগলী, কুকুৰ, বিড়ালী আদি সকলো পশু যোগাৰ কৰি লোৱা। এই জন্তুবোৰক পৰিচৰ্য্যা কৰিবলৈ তেওঁলোকে শিকক। পশু পখিৰ প্ৰতি দয়া তেওঁবিলাকৰ কোমল অন্তৰবোৰত জীপ লৈ উঠক। ৰোগীক শুশ্ৰূষা কৰিবলৈ, ভোকাতুৰক ভাত দিবলৈ, বস্ত্ৰহীনক বস্ত্ৰ দিবলৈ তেওঁলোকে সকৰে পৰা শিকক। হৃদয়, মন, শৰীৰ— তিনিওটিয়ে সমানে শিক্ষা পাব লাগিব।"

ভনীটীহঁতে চাৰিও কাষে বহি তেওঁলোকৰ মৰমৰ বাইদেৱকক আগুৰি ধৰে। নিবেদিতাই ধুনীয়া ধুনীয়া সাধু কথা কয়। কেতিয়াবা আকৌ তেওঁলোকে জনা ঘটনাকে বহন সানি সজাই পৰাই কৈ তেওঁলোকক আপোন পাহৰা কৰি ৰাখে।

দিনক দিনে স্কুলখনিৰ উন্নতি হ'বলৈ ধৰিলে। ছাত্ৰী সংখ্যাও ভালেমান বাঢ়িল। কিন্তু এটা কথাওহে নিবেদিতাই মাজে মাজে দুখ পাব লগা হৈছিল। এজনী ছোৱালী সম্পূৰ্ণ ভাৱে শিক্ষিতা কৰি তুলিবলৈ নৌ পাওঁতেই এদিন ঘপহকৈ কৰে তাইৰ বিয়া হৈ গৈছিল।

মঠ আৰু স্কুলৰ ভিতৰত অধ্যাপনা কৰা কামৰ বাহিৰেও আন আন ঠাইতো শিক্ষা দিয়া কামত নিবেদিতা একেবাৰে ব্যস্ত হৈ পৰিল। প্ৰতি বৃহস্পতি বাৰে সন্ধ্যা সময়ত ব্ৰাহ্ম সমাজত শিক্ষা সম্পৰ্কে বক্তৃতা দিয়ে। বিদ্যুৎসাহী মহিলা সকলৰ লগত স্ত্ৰী শিক্ষাৰ বিষয়ে আলোচনা চক্ৰ পাতে। প্ৰতি শনিবাৰে বাতিপুৱাবেলা ব্ৰাহ্ম সমাজৰ মহিলা সকলক শিক্ষয়িত্ৰীৰ প্ৰশিক্ষণ দিয়ে। আকৌ সপ্তাহত কোনো এদিন আমেৰিকান মিছনাৰী স্কুল এখনত এঘণ্টাকৈ বুৰঞ্জীও পঢ়াব লাগে।

ইয়াৰ ওপৰিও শ্ৰীৰামকৃষ্ণ মিছনৰ সৌজন্যত আয়োজন হোৱা জন সভাত প্ৰায়েই বক্তৃতা দিয়ে। ভাৰতীয় সমাজ, ধৰ্ম্ম, শিক্ষা, ৰাজনীতি আদি সকলো বিষয়ে গভীৰ ভাৱে অধ্যয়ন কৰি এই বক্তৃতাবোৰ সাজু কৰি লৈছিল।

## নিবেদিতা-বিশ্বকবি ৰবীন্দ্ৰনাথ আৰু মহাবিজ্ঞানী জগদ্দীশচন্দ্ৰ

নিবেদিতাই ভাৰতীয় চিত্ৰ, কলা, সভ্যতা আৰু সংস্কৃতি সম্বন্ধীয় এজোঁটা প্ৰবন্ধ লিখিলে আৰু দেশ-বিদেশৰ আলোচনীত প্ৰকাশ কৰিলে। হিন্দু ধৰ্ম্ম আৰু শ্ৰীৰামকৃষ্ণৰ প্ৰেম ভক্তি সম্পৰ্কীয় প্ৰবন্ধ এলানীও লিখিলে। হিন্দু ধৰ্ম্মত প্ৰচলিত পৌত্তলিকতাক সমৰ্থন কৰিও আলোচনামূলক ৰচনা লিখিলে।

ইয়াৰ মাজতে কবিগুৰু ৰবীন্দ্ৰ ঠাকুৰৰ পৰিয়ালৰ লগত নিবেদিতাৰ চিনাকী হ'ল। তেওঁৰ বাগবজাৰৰ ঘৰলৈ কবিগুৰু মাজে মাজে আহিছিল আৰু তেওঁৰ লগত ধৰ্ম্ম আৰু সাহিত্যৰ বিষয়ে ভালেমান সময় আলোচনা কৰিছিল। স্বামীজীয়ে নিবেদিতাক এদিন মহৰ্ষি দেবেন্দ্ৰ নাথৰ কাষলৈকো লৈ গৈছিল। মহৰ্ষিয়ে স্বামীজী আৰু তেওঁৰ এই কণ্যাটিক আশীৰ্ব্বাদ কৰিছিল।অদ্বৈতবাদ-দ্বৈতবাদ, সাকাৰ নিৰাকাৰ পূজা সম্পৰ্কে মহৰ্ষিৰ লগত তেওঁলোকে গভীৰ ভাৱে আলোচনা কৰিছিল।

ইয়াৰ পিছত পদাৰ্থ বিজ্ঞানী আচাৰ্য্য জগদীশ চন্দ্ৰ বসুৰ লগত নিবেদিতাৰ চিনাকী হ'ল। আচাৰ্য্যৰ বয়স তেতিয়া চল্লিছ বছৰ। ৰাতিয়ে দিনে তেওঁ গবেষণাত ব্যস্ত। তেওঁ আছিল প্ৰেচিডেন্সি কলেজৰ পদাৰ্থ বিদ্যাৰ অধ্যাপক। তেওঁ কঠোৰ সাধনা কৰিছিল— পদাৰ্থ আৰু উদ্ভিদ বিদ্যাৰ মাজেৰে সত্যক উদঘাটন কৰিবলৈ।

জগদীশ চন্দ্ৰই নিবেদিতাক এদিন কৈছিল—

"মই জানিছোঁ, জড়ৰ মাজতো প্ৰাণ আছে। জড় চৈতন্যময়। আনকি ধাতুও প্ৰাণৱন্ত। প্ৰাণ সকলোতে আছে। ইয়াত অকণো ভুল নাই। মই দেখিছোঁ। এদিন শিল চপৰাত থকা সেই চৈতন্যক মই খামুচি ধৰিম। মই প্ৰমাণ কৰিম প্ৰথমে গছৰ পাতত, তাৰ পিছত পাষাণত থকা প্ৰাণৰ সেই অফুৰন্ত সোঁত। আছে, মই জানো।"

সুদীৰ্ঘ তিনিবছৰ কাল অন্বেষণৰ পিছত তেওঁ জগতক প্ৰমাণ কৰি দেখুৱালে— গছ লতাৰ বুকুতো প্ৰাণৰ স্পন্দন আছে। সিহঁতৰো বোধ শক্তি আছে। উদ্ভিদৰ মাজতো জীৱৰ সকলো লক্ষণ বৰ্ত্তমান। সিহঁতৰ স্নায়ুমণ্ডলী, নাড়ীৰ স্পন্দন অতি সূক্ষ্ম। অতি সূক্ষ্ম ভাৱে বিচাৰ কৰিলেহে ধৰা পৰে।

জগদীশ চন্দ্ৰৰ সৈতে নিবেদিতাই জড় বিজ্ঞান আৰু আধ্যাত্ম-জ্ঞানৰ মাজত থকা যোগ সূত্ৰৰ আহঁতাল বিচাৰি চালে। চেতন

প্ৰকৃতিৰ মাজত যেনেকৈ ঈশ্বৰ আছে, জড়ৰ মাজতো তেনে ভাৱেই আছে। ভাৰতবৰ্ষৰ অমূল্য সম্পদ বেদান্তই নিবেদিতাক শিক্ষা দিছিল— বিশ্বৰ সকলো বস্তুৱেই প্ৰাণময়। তেওঁ বুজি পালে আচাৰ্য্য বসুৱে উদ্ভিদৰ বোধ শক্তি প্ৰমাণ কৰি, সেই বেদান্তৰ বাণীকেই বিজ্ঞানেৰে প্ৰমাণ কৰি দেখুৱাইছে।

পৰাধীন ভাৰতবৰ্ষৰ গুণী সন্তান সত্যৰ পূজাৰী জগদীশ চন্দ্ৰ। নিবেদিতাই ভাবিলে, আচাৰ্য্যই আবিষ্কাৰ কথা সত্যক পৃথিবীৰ পণ্ডিত মণ্ডলীৰ আগত ডাঙি ধৰিব লাগিব। ইংৰাজী ভাষাত নিবেদিতাৰ অসাধাৰণ পাণ্ডিত্য আছিল। জগদীশ চন্দ্ৰৰ বৈজ্ঞানিক তত্ত্ব সমূহৰ ওপৰত তেওঁ ভালেমান প্ৰবন্ধ লিখি দেশী বিদেশী কাকত বোৰত প্ৰকাশ কৰিলে। কেইবা গৰাকীও বিদেশীনী মহিলাক নিমন্ত্ৰণ কৰি আনি এই বৈজ্ঞানিক জনৰ চিন্তা প্ৰসূত কথাবোৰৰ টোকা কৰি যাবলৈ লগাই দিলে। কুমাৰী বুললৈ আচাৰ্য্যক আৰ্থিক সাহায্য দিবৰ কাৰণে চিঠি দিছিল—

"বৃহৎ কৰ্ম্মৰ কাৰণে কেনেকৈ মহৎ হৃদয়লৈ উদ্দীপনা আনি দিব লাগে তাক তুমি জানা। বসুৰ কথা ভাবি চোৱা। হৃদয়খনি তেওঁৰ করুণ আৰু কোমল। চৰিত্ৰ নিখুঁত। তেওঁক মহৎ কৰি তুলিব পাৰিলে তুমিও মহৎ হ'বা। তুমি তেওঁক আশ্ৰয় দিয়া। স্বামীজীৰ দৰে তেওঁকো তোমাৰ আৰু এটি সন্তান বুলি মনত ভাঁবা? তেওঁ জীৱনৰ প্ৰতি শ্ৰদ্ধাহীন। তথাপি দুখ ভাগৰ পাহৰি একেৰাহে খাটি থাকিবৰ কাৰণে তেওঁৰ অপৰিসীম হেপাহ। কেৱল তেওঁৰ দেশৰ ভাই বন্ধুৰ আগত এইটোকে প্ৰমাণ কৰিবলৈ বিচাৰে যে ইয়োৰোপীয় সকলৰ দৰেই ভাৰতীয়ও বিজ্ঞানৰ গবেষণা কাৰ্য্যত আশ্চৰ্য্যজনক ভাৱে সাফল্য লাভ কৰিব পাৰে।"

নিবেদিতা জগদীশতকৈ ভালেমান সৰু আছিল। কিন্তু শিশু সুলভ স্বভাৱৰ জগদীশে প্ৰায়ে নিজকে বৰ অসহায় অনুভৱ কৰি

নিবেদিতাৰ কাষলৈ দৌৰি আহিছিল। নিবেদিতাই তেওঁক মৰমতে ভাইটি বুলি মাতিছিল। তেওঁ বৈজ্ঞানিক গৱেষণা চলাবৰ কাৰণে বহুত টকাৰ আৱশ্যক হৈছিল। নিবেদিতাৰ অনুৰোধতে কুমাৰী বুলে যথেষ্ট অৰ্থ সাহায্য দিছিলহি। তেওঁ আবিষ্কাৰ কৰা বৈজ্ঞানিক তত্ত্ববোৰ ঠোকা কৰি যোৱা কামতো বুলে প্ৰধান ভাৱে সহায় কৰিছিল।

জগদীশ চন্দ্ৰৰ মৃত্যুৰ ভালেমান দিনৰ আগতে নিবেদিতা ঢুকাইছিল। মৃত্যু কাললৈকে জগদীশে তেওঁক পাহৰিব পৰা নাছিল। নিবেদিতাৰ স্মৃতি ৰক্ষাৰ কাৰণে তেওঁ একলাখ টকা উইলত লিখি দি যায়। আচাৰ্য্যৰ পত্নী অবলা বসুৱে তেওঁৰ "বাণী মন্দিৰ"ত এই টকাৰেই "নিবেদিতা হল" নিৰ্ম্মাণ কৰিলে।

মুঠতে আচাৰ্য্য বসুৰ বৈজ্ঞানিক জীৱন লিপিত ভনী নিবেদিতাৰ নাম সোণালী আখৰেৰে লিখা থাকিব। এদিন জগদীশ চন্দ্ৰই স্বীকাৰ কৰিছিল—

"অৱসাদ আৰু ক্লান্তিয়ে যেতিয়া মোক আবৰি ধৰিছিল তেতিয়া মই নিবেদিতাৰ কাষত আশ্ৰয় লৈছিলোঁ।"

# "তুমি বিশ্ব বিজয়িনী হোঁৱা।"

ভাৰতীয় নাৰী সমাজত শিক্ষা বিস্তাৰৰ কাৰণেই স্বামীজীয়ে নিবেদিতাক এই দেশলৈ আনিছিল। নিবেদিতাইও কলিকতাৰ বাগবজাৰত "শ্ৰীৰামকৃষ্ণ বালিকা বিদ্যালয়" নাম দি এখনি স্কুল খুলি ল'লে। কিন্তু কিছুদিনৰ পিছত টকাৰ অভাৱত স্কুলখনি অচল হৈ উঠিল। নিবেদিতাই টকাৰ কাৰণেই ইয়োৰোপলৈ যোৱাৰ যো-যা কৰিলে।

হিমালয় তীৰ্থ যাত্ৰাৰ পিছত নিবেদিতাই স্বামীজীৰ লগত ইয়োৰোপলৈ পুনৰ যাত্ৰা কৰিলে।

নীলবৰণীয়া অসীম সাগৰৰ বুকুত যাত্রা পুনৰ আৰম্ভ হ'ল। লগে লগে স্বামীজীৰ অমৃতময় কণ্ঠৰ পৰা শাওনৰ বৰষাৰ দৰে ধাৰাসাৰে নামি আহিল অমূলনীয় জ্ঞানৰ সম্ভাৰ। মহিমাময় ভাৰতবৰ্ষৰ গৌৰবোজ্জ্বল অতীতৰ অনুপম কাহিনী। ব্যাস-বাল্মিকীৰ দৰে মহাকবি, নাৰদৰ দৰে দেৱৰ্ষি, বশিষ্ঠৰ দৰে ব্ৰহ্মৰ্ষি, জনকৰ দৰে ৰাজৰ্ষি, যিখন ভাৰতবৰ্ষত জন্ম লৈছিল, সেই মহাতীৰ্থ ভূমি ভাৰবৰ্ষৰ কথা। ৰজা হৈও পণ্ডিত আৰু আত্মত্যাগৰ মহান আদৰ্শ, আগ্নেয় অস্ত্ৰ হাতত তুলি লৈও ধৰ্ম্মবিদ, মহাশক্তিমান হৈও ভক্তিমান, প্ৰেম আৰু কৰুণাৰ আধাৰ—সেই ক্ষেত্ৰিয় সকল—ৰাম চন্দ্ৰ, যুধিষ্ঠিৰ, অৰ্জ্জুন, লক্ষ্মণ. দেৱব্ৰত ভীষ্মৰ অমৃত কথা।

অনৰ্গল কৈ গৈছিল ভাৰতবৰ্ষৰ সমাজ সংস্কৃতি, অতুলন শিল্প-ভাস্কৰ্য্য, সাহিত্য-দৰ্শনৰ কথা। দৰিদ্ৰ কৃষক, বনুৱা, মুচি-মেথৰ, তাঁতী, কমাৰ-কুমাৰৰ দেশ ভাৰতবৰ্ষ। ৰজা মহাৰজা পণ্ডিত বিদ্বানৰো দেশ ভাৰতবৰ্ষ। আধ্যাত্ম, সৌন্দৰ্য্য, বল পৰাক্ৰম, সৌৰ্য্য-বীৰ্য্যৰে ঐশ্বৰ্য্যশালীনী ভাৰতবৰ্ষ, আৰু দীনা হীনা পৰাধীনা কঙ্কালসাৰ ভাৰতবৰ্ষ—মাতৃভূমিৰ এই দুয়োটি ৰূপৰ ছবি নিবেদিতাৰ চকুৰ আগত ফটফটীয়াকৈ ভাঙি ধৰিলে।

ভাৰত এৰি জাহাজ ইয়োৰোপৰ ফাললৈ গতি কৰাৰ লগে লগে এটি এটিকৈ মুকলি কৰিলে বিশ্বইতিহাসৰ পাত। নিবেদিতাই জ্ঞান সাগৰৰ অতল তলিত যেন ডুব দিছিল। তেওঁ আপোন পাহৰি শুনি গৈছিল আৰু মাজে মাজে প্ৰশ্ন কৰি আলোচনাৰ গতি তীব্ৰতৰ কৰি তুলিছিল। স্বামীজী যেন মানৱ-সভ্যতা সংস্কৃতিৰ এখনি বিশ্বকোষ।

এই জাহাজৰ বুকুত নিবেদিতাই দেখিলে, শ্বেতাঙ্গ যাত্ৰী সকলৰ জঘন্য বৰ্ণ বিদ্বেষ। সিহঁতৰ ভাৰতীয়ৰ প্ৰতি অৱজ্ঞা আৰু ঘৃণা। বৰ্ণবিদ্বেষৰ এই কুৎসিত স্বভাৱটোৰ কাৰণে মানুহ মানুহৰ ওচৰত কিমান ভয়ঙ্কৰ আৰু হিংস্ৰ পশুতুল্য হৈ পৰিছে।

জাহাজত স্বামীজীয়ে কেইটিমান প্ৰবন্ধ লিখিলে। নিবেদিতাই আৰম্ভ কৰিলে কাশ্মীৰ ভ্ৰমণৰ স্মৃতিলিপি। ভাৰতবৰ্ষৰ অশেষ সমস্যাবোৰৰ এটিৰ পাছত এটিৰ ওপৰত গভীৰ আলোচনা সমালোচনা চলিল দুয়োৰে মাজত। স্বামীজীয়ে নিবেদিতাক বুজালে—"ভাৱপ্ৰৱণতাক অলপো প্ৰশ্ৰয় নিদিবা। নিজক জানিবলৈ প্ৰাণপণে চেষ্টা কৰা। আচল ৰহস্য তাতেই লুকাই আছে। আনক নকল কেতিয়াও নকৰিবা। কাৰো লগত তাল মিলাই চলিবৰ আৱশ্যক নকৰে। নিজক চিনি পোৱা, নিজক স্বাধীন কৰা, তেতিয়া আনকো স্বাধীনতা দিবলৈ শক্তি পাবা।"

স্বামীজীৰ কথাই নিবেদিতাৰ অন্তৰলৈ অসীম শক্তিৰ জোৱাৰ আনি দিলে। তেওঁ নিজকে অপূৰ্ব্ব শক্তিমতী বুলি অনুভৱ কৰিবলৈ ধৰিলে।

জাহাজ ইংলণ্ড পালেগৈ। লণ্ডনত উপস্থিত হোৱাৰ লগে লগে স্বামীজীৰ ভক্ত সকল আৰু তেওঁৰ প্ৰতি শ্ৰদ্ধালু লোক সকলে আহি অভ্যৰ্থনা কৰিলে। ইয়াৰ পিছত তেওঁলোক উইম্বলডনত থকা নিবেদিতাৰ মাক মেৰী নবোলৰ ঘৰত আলহি হ'লগৈ। মেৰী নবোল, নিবেদিতাৰ ভায়েক ৰিচমণ্ড আৰু ভনীটী—মে ই স্বামীজীক পাই হাতত সৰগ ধুৰি পোৱা যেন পালে।

স্বামীজী আৰু তুৰীয়ানন্দক থাকিবৰ কাৰণে ওচৰতে এটি ঘৰ ভাৰা কৰি দিলে। কেইদিনমান আলাপ আলোচনা ৰং ৰগৰৰ মাজেৰেই পাৰ হৈ গ'ল। এদিন সৰু ভাইটি ৰিচমণ্ডে স্বামীজীক ক'লে— "আপোনাৰ লগত কথা বতৰা পাতি আমাৰ খুব ভাল লাগিছে। কিন্তু এটা দুখেহে মোক খুলি খুলি খাইছে।"

স্বামীজীয়ে আচৰিত হৈ সুধিলে—

"তোমাৰ আকৌ কিহৰ দুখ?"

বিচমণ্ডে ক'লে— "কিনো ক'ম ? বাইদেৱে আহি এনেকুৱা নীতি নিয়ম চলাই দিছে, আমাৰ ঘৰলৈ মঙহ অনা বন্ধ হৈ গ'ল। মঙহৰ টুকুৰা এটাতো কাযোৰ এটা মাৰিব নোৱাৰা হলোঁ।"

বিচমণ্ডৰ কথা শুনি স্বামীজীয়ে বৰকৈ হাঁহিলে আৰু ক'লে— "বুজিছো, বিচমণ্ড মাৰ্গটে তোমালোকৰ ঘৰত সেই নিয়ম চলাই দিছেহি। বাঁক ব'লা, আমি অলপ ফুৰি আহোঁ।"

বিচমণ্ডক স্বামীজীয়ে ৰেস্তোৰাঁ এটালৈ লৈ গ'ল আৰু চিকৃ কাবাব এটা তেওঁৰ সন্মুখত দি ক'লে— "খোৱাঁ বাপ, তোমাৰ কাৰণেই আনিছোঁ। মাৰ্গটে তোমাৰ অধিকাৰৰ পৰা তোমাক বঞ্চিত কৰিব খুজিছে। তোমাক আকৌ মই ঘূৰাই দিলোঁ।"

স্বামীজীৰ মৰম পাই বিচমণ্ড আচৰিত হ'ল আৰু ভাবিলে— "স্বামীজী যীশুৰ অৱতাৰ। এনে মানুহ মই কেতিয়াও লগ পোৱা নাই।"

ভনীটী মে গৰ্ভক হৈছে। তেওঁ বিয়া সোমাবৰ কাৰণে বৰ উদ্বিগ্না হৈ পৰিছে। নিবেদিতাই ভনীয়েকৰ বিয়াখন পাতি থৈ যাবলৈ মন কৰিলে। আগৰে পৰা যা-যোগাৰ চলিয়েই আছিল। নিবেদিতাই মাথোন তাতে হাত উজান দিব লাগে।

আগষ্ট মাহৰ যোল্ল তাৰিখে স্বামীজীয়ে তুৰীয়ানন্দক লগত লৈ আমেৰিকালৈ যাত্ৰা কৰিলে। নিবেদিতা ভনীয়েকৰ বিয়াৰ আয়োজনত লাগিল। চেপ্টেম্বৰ মাহত ধুম ধুপালেৰে মেৰ বিয়া হৈ গ'ল।

বিয়াৰ পিছত নিবেদিতাই ট্ৰেনেৰে স্কটলেণ্ড হৈ আমেৰিকালৈ যাবলৈ টালি টোপোলা বান্ধিলে। আই মেৰী নবোলৰ দুগালে দুধাৰি চকুলো বৈ আহিল। নিবেদিতা ধীৰে ধীৰে আয়েকৰ কাষ চাপি ক'লে— "আই, তুমি বেজাৰ নকৰিবা। মই জগত মাতৃৰ কামত আগ বাঢ়িছোঁ। মই আৰু ঘৰলৈ উভতিব নোৱাৰিম।"

সিংহীমীৰ কথে ফুটিউঠা মাৰ্গোৰ কথা শুনি মেৰী নবোলৰ বুকুখন গৰ্ব্বত ফুলি উঠিল। তেওঁ ভাবিলে— তেওঁ এগৰাকী বীৰাঙ্গনাৰ জন্মদাত্ৰী। তেওঁৰ কন্যাই ইমান মহৎ আদৰ্শৰ চিত্ৰ চকুৰ আগত লৈ সংসাৰলৈ আহিছে।

"তোমাৰ জীৱন যাত্ৰা মঙ্গলময় হওক, আই! জীৱনৰ ব্ৰত তোমাৰ সাৰ্থক হওক! তুমি বিশ্ববিজয়ীনী হোৱা, মোৰ বাছা ধন।"

# আমেৰিকা, ইংলণ্ড আৰু ফ্ৰান্সত নিবেদিতা

আমেৰিকাৰ নিউয়ৰ্ক চহৰৰ হাডচন নৈৰ পাৰত মিষ্টাৰ লেগেটৰ ঘৰ। মিষ্টাৰ লেগেট আৰু তেঁওৰ পত্নীয়েক দুয়ো বৰ বংৰঙীয়া মানুহ। তাতে তেওঁলোক বৰ আঢ্যৱন্তও আছিল। ঘৰখনৰ চাৰিও পাশ প্ৰাকৃতিক শোভাৰে শুৱনী। স্বামীজী এই ঘৰখনতে আলহী হৈছিলগৈ। তেওঁলোকৰ ঘৰত গুণী জ্ঞানী লোক সকল প্ৰায়েই অথিতি হয়। পতি পত্নী উভয়ৰেই স্বামীজীৰ প্ৰতি অকপট ভক্তি। লেগেটৰ পত্নীক স্বামীজীয়ে "মা" বুলি সম্বোধন কৰিছিল। তেওঁলোকে স্বামীজীক ঘৰতে পাই হাতত স্বৰ্গ ধুকি পোৱা যেন পালে।

স্বামীজীৰ স্নেহৰ শিষ্যা কুমাৰী মেকলাউডো আগৰে পৰা লেগেট হঁতৰ ঘৰতে আছিলগৈ। চাৰা বুলে জীয়েক ওলিয়াকো লগত লৈ সেইখিনি পাইছিলহি। নিউয়ৰ্কৰ বন্দৰত জাহাজৰ পৰা নামি পোনকোৱেই নিবেদিতাও তেওঁলোকৰ আগত ভমক কৰে ওলালগৈ। ঘৰখন বংৰঙইছ, আলাপ আলোচনাৰে মুখৰ হৈ উঠিল।

নিবেদিতা লেগেটৰ ঘৰত নাথাকি অলপ দূৰৰ নীৰব পঁজা এটাত থাকিবলৈ ল'লে আৰু তেওঁৰ "কালী মাতৃ"— The mother kali— নামৰ বিখ্যাত গ্ৰন্থ খনি লিখি পেলালে।

স্বামীজী অসুস্থ দেহাৰেই বেদান্তৰ বাণী প্ৰচাৰৰ কাৰণে ওলাল। নিবেদিতাই চাৰা বুলৰ জীয়েক ওলিয়াক লগত লৈ চিকাগোলৈ যাত্ৰা কৰিলে। চিকাগোত স্বামীজীৰ শিষ্যা কুমাৰী জেন মেডামচৰ ঘৰত থাকিলগৈ।

নিবেদিতা আমেৰিকালৈ অহাৰ প্ৰধান উদ্দেশ্য আছিল বক্তৃতা দি ধন সংগ্ৰহ কৰা। প্ৰাথমিক স্কুল এখনৰ ল'ৰা ছোৱালীৰ আগত শ্ৰীকৃষ্ণ, ধ্ৰুৱ, প্ৰহ্লাদ আদিৰ সাধু ক'বলৈ আৰম্ভ কৰিলে। কণ কণ ল'ৰা ছোৱালীৰ সোৱাদ লগাকৈ ভাৰতবৰ্ষৰ প্ৰাকৃতিক শোভা আৰু পুৰাণৰ কাহিনীবোৰ বৰ্ণালে।

"শুকুৰ ৰবীয়া চ'ৰাত "ভাৰতীয় নাৰী সকলৰ অৱস্থা" সম্বন্ধে এটি অনুপম বক্তৃতা দিলে। ইয়াৰ পিছত "ভাৰতৰ প্ৰাচীন শিল্প কলা" "ভাৰতত ধৰ্ম্ম জীৱন" "হিন্দু নাৰীৰ আদৰ্শ" আদি বিষয়ৰ ওপৰত আমেৰিকাৰ এখনৰ পিছত আনখন চহৰত বক্তৃতা দিবলৈ আৰম্ভ কৰিলে।

আমেৰিকান সকলৰ চকুৰ আগত হিন্দু ধৰ্ম্মৰ ঐশ্বৰ্য্যৰ উজ্জ্বল চিত্ৰ তাঙি ধৰিলে। তেওঁলো কিয় হিন্দু ধৰ্ম্ম গ্ৰহণ কৰিলে তাৰো যুক্তি যুক্ত কৈফিয়ৎ দি ফঁহিয়াই বুজাই দিলে। তেওঁ ক'লে— আমেৰিকাত স্থাপিত হোৱা মিছনাৰী স্কুল সমূহৰ আহি লৈ ভাৰতীয় আদৰ্শত এখনি স্কুল ভাৰতবৰ্ষত খুলিবলৈ তেওঁ আয়োজন কৰিছে। সকলো আমেৰিকা বাসীয়ে এই অনুষ্ঠানটিৰ অৰ্থে উদাৰ হাতেৰে দান বৰঙণি আগবঢ়াব বুলি তেওঁ আশা কৰে।

নিবেদিতাৰ আহ্বানত বহুতে সহাঁৰি দিলে। লেগেটক সভাপতি পাতি এখনি সাহায্য কমিটি গঠন কৰা হ'ল। মেকলাউড আৰু চাৰা বুল হ'ল তাৰ পৃষ্ঠ পোষক। বিদ্যালয়খনৰ আদৰ্শৰ বিষয়ে লিখি লিখি সৰু সৰু পুস্তিকাও প্ৰকাশ কৰিলে। অৱশ্যে সময়ত

আমেৰিকাৰ বহুত স্কুললৈ গৈ তাৰ শিক্ষা দানৰ কৌশলবোৰো নিবেদিতাই তন্ন তন্নকৈ বুজি ল'লে।

ভাৰতবৰ্ষক যি বিলাকে চিৰদিন পৰাধীন কৰি ৰাখিবলৈ চেষ্টা কৰিছিল, বাহিৰৰ পৰা যি বিলাকে আহি ভাৰতবাসীৰ মাজত ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ বিচাৰিছিল, সিহঁতে বিদেশত কৈ ফুৰিছিল— ভাৰতবৰ্ষ অৰণ্য, অসভ্য মানুহৰ দেশ, ভাৰতৰ সমাজ, কুসংস্কাৰেৰে পৰিপূৰ্ণ। পৰাধীন ভাৰতবৰ্ষত কুৎচিৎ অপৰিস্কাৰ সমাজ এখন যে নাছিল এনে নহয়। কিন্তু মহান দিশ এটাও আছিল। এই উজ্জ্বল পিঠিটো সম্পূৰ্ণ ভাৱে ঢাকি থৈ ইমান দিনে এই বিদেশী স্বাৰ্থান্ধ প্ৰচাৰক বিলাকে ভাৰতবৰ্ষৰ বেয়াটোকহে পৃথিবীৰ দেশে দেশে কৈ ফুৰিছিল। নিবেদিতাই অপ্ৰতিদণ্ডী বাগ্মিতা শক্তিৰে এই প্ৰচাৰক বিলাকৰ মুখত ছাই পেলাই দিলে।

ভাৰতৰ বাল্য বিবাহ, সতীদাহ প্ৰথা, বহুবিবাহ, নাৰী সমাজৰ দুখ লগা অৱস্থা আদিৰ বিষয়ে শ্ৰোতামণ্ডলীৰ মাজৰ পৰা জাউৰিয়ে জাউৰিয়ে প্ৰশ্ন উঠি নিবেদিতাক থকা সৰকা কৰিলে। মাজে মাজে তেওঁ হাইৰাণ হৈ পৰিছিল। তথাপি কুণ্ডত কাটি পঁজালি তুণত ভৰাই থোৱা বাণবোৰ উলিয়াই এটি এটিকৈ নিক্ষেপ কৰি প্ৰতিপক্ষক স্তম্ভিত কৰি পেলাইছিল আৰু আমেৰিকান সকলৰ আগত ভাৰতবৰ্ষৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰিছিল। শ্ৰোতামণ্ডলীৰ মাজত আছিল ভাৰতৰ নিন্দুক অসংখ্য। নিবেদিতা আছিল অকলশৰীয়া। তেওঁ কিন্তু ৰণত হাৰি পৃষ্ঠ ভঙ্গ দি লাজতে বগা চিগা পৰি ভয়ত কঁপি জপি ভিতৰ সোমোৱা বিধৰ সাধাৰণ তিৰোতা নহয়। তেওঁ আছিল বীৰাঙ্গনা। স্বামীজীৰ ভাষাত নিবেদিতা সিংহীনী।

ফ্ৰান্সৰ ৰাজধানী পেৰিচত আন্তৰ্জাতিক বিজ্ঞান কংগ্ৰেছ বিপুল সমাৰোহেৰে আয়োজন হ'ল। লগতে এখন বিশ্ব ধৰ্ম্মসভা বহোৱাৰো কথা চলিছিল। সেই সন্মিলনলৈ স্বামীজীয়ে নিমন্ত্ৰণ পালে।

নিবেদিতাই ভাৰতবৰ্ষলৈ ঘূৰি অহাৰ কথা ভাবিছিল যদিও বন্ধু সকলৰ অনুৰোধত পেৰিছৰ বিজ্ঞান কংগ্ৰেছ আৰু বিশ্ব প্ৰদৰ্শনীত যোগ দিবলৈ থিৰাং কৰিলে। মিছেছ লেগেট, বুল, আৰু মেকলাউড আদি বন্ধু বান্ধৱী সকলো পেৰিচলৈ যাত্ৰা কৰিলে। স্বামীজীৰ ফৰাছী শিষ্যা জুল বোৱাৰৰ ঘৰত তেওঁ থাকিলগৈ।

বিখ্যাত জীৱ বিজ্ঞানী আৰু সমাজ তাত্ত্বিক পোট্ৰিক গেড্ডিছে তেতিয়া ৰূপান্তৰবাদ সম্পৰ্কে গৱেষণা চলাইছিল। পেৰিছ বিজ্ঞান কংগ্ৰেছত দৈনিক দিয়া ভাষণাৱলী গোটাই মেসি সম্পাদনা কৰা কাৰ্য্যত গেড্ডিছে নিবেদিতাৰ সহায় বিচাৰিলে। এই বৈজ্ঞানিকজনৰ পৰা ইয়োৰোপীয় সমাজ আৰু বুৰঞ্জীৰ বিষয়ে ভালেমান কথা জানিব পাৰিব আৰু লগতে তেওঁৰ অৰ্থ সংগ্ৰহৰ স্বাৰ্থ কেৰাও কিছুপৰিমাণে পূৰণ হ'ব বুলি ভাবি নিবেদিতাই তেওঁক সহায় কৰাত লাগিল।

আচাৰ্য্য জগদীশ চন্দ্ৰ বসু, তেওঁৰ পত্নী অবলা বসুৰে সৈতে বিজ্ঞান কংগ্ৰেছলৈ গৈছিল। নিবেদিতা অবলা বসুৰ অন্তৰঙ্গ বান্ধৱী হৈ পৰিল। সকলোৱেই শ্ৰীবসুৰ জগদ্বিখ্যাত আৱিষ্কাৰৰ কাৰণে প্ৰশংসা মুখৰ হৈ উঠিল।

বিজ্ঞান কংগ্ৰেছৰ পিছত স্বামীজী ভাৰতলৈ উভতিল। নিবেদিতা বসু পৰিয়ালৰ লগতে অৰ্থ সংগ্ৰহৰ কাৰণে লণ্ডনলৈ গ'ল। লণ্ডনৰ বৈজ্ঞানিক আৰু গুণী-জ্ঞানী লোক সকলৰ লগত আচাৰ্য্য বসুক নিবেদিতাই চিনাকী কৰি দিলে। চিকিৎসাৰ কাৰণে জগদীশ চন্দ্ৰ লণ্ডনলৈ গৈছিল। ডাক্তৰে তেওঁৰ দেহত অস্ত্ৰোপচাৰ কৰিলে। শয্যাশায়ী শ্ৰীবসুৰ কাষলৈ অহা যোৱা কৰি নিবেদিতাই সকলো প্ৰকাৰে সহায় কৰিবলৈ ধৰিলে। অসুখ ভাল হোৱাৰ পিছত বসু-দম্পতীক নিবেদিতাই মাকৰ ওচৰলৈ নি তেওঁলোকৰ ঘৰতো কেইদিনমান ৰাখিছিলগৈ।

ইয়াৰ পিছত নিবেদিতাই তেওঁৰ অৰ্থ সংগ্ৰহৰ অভিযান চলালে। সপ্তাহত তিনিটাকৈ বক্তৃতা দিলে। আশানুৰূপ ভাৱে টকা পইছা নাপালেও নিবেদিতাই ইংলিছ সকলৰ মনত ভাৰতবৰ্ষৰ প্ৰতি এটা আগ্ৰহৰ ভাৱ সঞ্চাৰ কৰিলে। ইয়াৰ ওপৰিও "ষ্টেড্ এণ্ড বিটি" কাকতলৈ তেওঁ প্ৰবন্ধ লিখি ভালেমান পাউণ্ড আৰ্জিলে।

লণ্ডনৰ পণ্ডিত মণ্ডলীক মৌৰৰা পাণ্ডিত্যপূৰ্ণ বক্তৃতাৰে নিবেদিতাই মন্ত্ৰমুগ্ধ কৰি পেলালে। লণ্ডনৰ সংবাদদাতাই মাদ্ৰাজৰ "হিন্দু" কাকতলৈ লিখিলে—

"পুৰণি কালৰ ধৰ্ম্ম যুদ্ধা সকলৰ দৰে কেতিয়াও আশা কৰিব নোৱাৰা এটুকুৰা ঠাইৰ পৰা ভাৰতবৰ্ষৰ কল্যাণ আৰু স্বাৰ্থৰ হকে যুদ্ধ দিবলৈ এগৰাকী যুদ্ধাৰ আবিৰ্ভাৱ হৈছে। বহুত দূৰ দেশৰ পৰা বা অচিনাকী মানুহ কিছুমানৰ মাজৰ পৰা নাইবা পুৰুষ শ্ৰেণীৰ পৰাও এই নতুন যুদ্ধা গৰাকী অহা নাই। এওঁ ভাৰতবৰ্ষৰ ওপৰত শাসন ক্ষমতা চলাই থকা শাসক গোষ্ঠিৰ মাজৰ পৰা আগবাঢ়ি অহা অতুলনীয় গুণ ৰাশিৰে বিভূষিতা এগৰাকী মহিলা। ইংলণ্ডত তেওঁৰ আশাপ্ৰদ আৰু উজ্জ্বল ভৱিষ্যতৰ জীৱন যাত্ৰা ত্যাগ কৰি ভাৰতীয় নাৰীৰ সেৱাৰ কাৰ্য্যত আত্ম নিয়োগ কৰিছে। তেওঁৰ নাম কুমাৰী মাৰ্গাৰেট নবোল। তেওঁ শ্ৰীৰামকৃষ্ণ পন্থা গ্ৰহণ কৰিছে আৰু ভগ্নী নিবেদিতা নামেৰে জনাজাত হৈছে। বৰ্ত্তমান তেওঁ ইংলণ্ডৰ ভালেমান ঠাইৰ জনসভাত বক্তৃতা দি ফুৰিছে।"

১৯০১ খ্ৰীষ্টাব্দৰ ফেব্ৰুৱাৰী মাহত গ্লাছগোত এখনি প্ৰদৰ্শনীৰ আয়োজন হৈছিল। তাৰ ভাৰতীয় বিভাগত নিবেদিতাই বক্তৃতা দিলে। ইয়াৰ পিছত লণ্ডনলৈ উভতি আহি বিখ্যাত সাহিত্যিক আৰু অৰ্থ-নীতিবিদ ৰমেশ চন্দ্ৰ দত্তৰ লগ পালে। ভাৰতীয় ছাত্ৰৰ চৰিত্ৰবল আৰু অৰ্থনীতিৰ বিষয়ে ৰমেশ চন্দ্ৰ দত্তই নিবেদিতাৰ লগত ভালেমান কথা আলোচনা কৰলে। নিবেদিতাই তেওঁক "ধৰ্ম্মপিতা" বুলি সম্বোধন কৰিছিল।

ইতিমধ্যে আই সাৰদা দেৱী আৰু স্বামীজীৰ পৰা নিবেদিতাই চিঠি পালে। তেওঁৰ মন ভাৰতবৰ্ষৰ ফাললৈ ঘূৰিল। কিন্তু চাৰা বুলে তেওঁৰ স্বৰ্গগত স্বামীৰ মৰ্মৰ মূৰ্ত্তি স্থাপনৰ কাৰণে নৰওৱেলৈ যাবলৈ তেওঁক বৰকৈ অনুৰোধ কৰিলে।

চাৰাবুলৰ লগত নিবেদিতা নৰওৱে পালেগৈ। সাগৰৰপাৰৰ সেউজবোলীয়া পৰ্ব্বতে আগুৰা এটুকুৰা হাবিতলীয়া ঠাইত তেওঁলোকে টম্বু তৰিলে। জগদীশ চন্দ্ৰ বসু, ৰমেশ চন্দ্ৰ দত্ত, মিছেছ চেভিয়াৰ, ইংলণ্ডৰ উদাৰ নৈতিক দলৰ নেতা জন লেগু আদি বিখ্যাত লোক সকলো তাত লগ লাগিলগৈ। ৰমেশ চন্দ্ৰৰ অনুপ্ৰেৰণাত ইয়াতেই নিবেদিতাই "ভাৰতীয় জীৱন ৰহস্য" (The web of Indian life) নামৰ বিখ্যাত গ্ৰন্থখনি লিখিলে।

প্ৰাকৃতিক সৌন্দৰ্য্যৰে ওপচি পৰা সেই নিৰ্জ্জন ঠাই টুকুৰাত নীৰৱে বহি নিবেদিতাই কল্পনা কৰিলে তেওঁৰ ভৱিষ্যত কৰ্ম্ম পন্থা। তেওঁ নিজক বুজি পালে। শোষিত ভাৰতবাসী আৰু শোষক ইংৰাজৰ মাজত পাৰ্থক্য কি তেওঁ উপলব্ধি কৰিলে। ভাৰতবৰ্ষৰ প্ৰতি অকৃত্ৰিম ভালপোৱাৰ উচ্ছাসত নিজে নিজে কৈ উঠিল—

"মই আকোঁৱালি ল'ম কঠোৰ দৰিদ্ৰ জীৱন। হিয়াৰ পৰা মুচি পেলাম দৰিদ্ৰতাৰ প্ৰতি ঘিণ লগা ভয়। দৰিদ্ৰতাৰ মহাত্মাৰে মোৰ দেহ মনক শুচী কৰি শক্তিৰ অপূৰ্ব্ব জ্যোতি হৃদয়ত ধাৰণ কৰিম। অতি কম ভাৰাত এটি সৰু পঁজাতে থাকি কেৱল কাম কৰি যাম। কেৱল কাম, কেৱল কাম !!

ভাৰতীয় আধ্যাত্ম সাধনৰ মহাশক্তিয়ে নিবেদিতাৰ প্ৰকৃতিৰ আমূল পৰিবৰ্ত্তন ঘটালে আত্মোপলব্ধিৰ ফলত তেওঁ অনুভৱ কৰিলে— বাক্য মনৰ অগোচৰ এক অভূতপূৰ্ব্ব চৈতন্য শক্তিয়ে তেওঁৰ হৃদয়ত ক্ৰিয়া কৰিব লাগিছে। ভাৰতৰ কল্যাণৰ কামত সিংহীনীৰ দৰে জপিয়াই পৰিবলৈ

সেই অনির্ব্বচনীয় শক্তিয়ে যেন তেওঁক ঠেলি দিছে । আয়াবলেওব নবোল পৰিয়ালৰ আভিজাত্য, জ্ঞান চৰ্চ্চাৰ গৌৰৱ, জাত্যাভিমান, আদি সকলো ধৰণৰ সংস্কাৰ চকুৰ পচাৰতে ধূলি-সাৎ হৈ গ'ল । সেয়াৰ বসেবে অন্তৰখনি ওপচি পৰিল । ভাৰতত গৈ পৱিত্ৰ নিষ্ঠাৰে নৰনাৰায়ণৰ সেৱা কৰিব ।

নিবেদিতাই বৰকৈ উপলব্ধি কৰিছিল — ভাৰতবাসী স্বাধীন হ'ব নোৱাৰিলে, তেওঁলোকে কোনো ক্ষেত্ৰতে কেতিয়াও উন্নতি কৰিব নোৱাৰে ।

নৱওৱেৰ পৰা তেওঁ লণ্ডনলৈ উভটিল । ভাৰতবৰ্ষৰ মাটিত ভৰি দিবলৈ তেওঁৰ অন্তৰ অধীৰ হৈ উঠিল । এনেতে বেলুৰ মঠৰ পৰা প্ৰথম টেলিগ্ৰাম পালে— স্বামীজীৰ বৰ টান অসুখ । তুমি সোনকালে গুচি আঁহা

# "আড়ম্বৰহীনতাই ভাৰতীয় সভ্যতাৰ বৈশিষ্ট্য আৰু আচল সভ্যতাৰ এইটোৱেই শ্ৰেষ্ঠ লক্ষণ"

১৯০২ খ্ৰীষ্টাব্দৰ তিনি ফেব্ৰুৱাৰী তাৰিখে নিবেদিতা ভাৰতবৰ্ষ পালেহি । লগত আছিল ৰমেশ চন্দ্ৰ দত্ত আৰু মিছেছ চাৰা বুল । মাদ্ৰাজৰ "মহাজন সভা হল" ত ৰমেশ চন্দ্ৰ দত্ত আৰু নিবেদিতাক সম্বৰ্দ্ধনা জনোৱা হ'ল । মাদ্ৰাজ বাসীয়ে দিয়া অভিনন্দনৰ উত্তৰত নিবেদিতাই ক'লে— "মই বঢ়িয়াকৈ উপলব্ধি কৰিছোঁ, ধৰ্ম্মবিষয়ত আপোনালোক দাতা, পশ্চিমৰ পৰা আপোনালোকে শিকিব লগীয়া একো নাই । ঠিক তেনেকৈয়ে সমস্তুৰা ক্ষেত্ৰলৈকো আনিব লগা

আৱশ্যকীয় পৰিবৰ্ত্তন খিনি আপোনালোকেই আনি ল'বলৈ সম্পূৰ্ণ সমৰ্থ। বাহিৰৰ কোনো ব্যক্তিৰে এই বিষয়ত উপদেশ বা হাত দিবলৈ অধিকাৰ নাই। জীৱনৰ ক্ৰমোন্নতি পথত পৰিবৰ্ত্তন অৱশ্যম্ভাৱী। কিন্তু এই পৰিবৰ্ত্তন বিলাক হ'ব লাগিব মৌলিক। তাৰ কাৰণে নিজেই পৰিকল্পনা কৰি সংকল্প ল'ব লাগিব।

কি ? তিনি হেজাৰ বছৰৰ পুৰণি সভ্যতা সংস্কৃতি একেবাৰে অৰ্থহীন হ'লনে, যে সিদিনা মাথোন পোহৰ পাই নতুনকৈ মূৰ ডাঙি উঠা পশ্চিমৰ চালুকীয়া জাতি কেইটাই পূৰৱ জাতি সমূহক নেতৃত্ব দি আগবঢ়াই নিব ? "ভাৰতীয় জীৱন অনুন্নত, এতেকে ভাৰতে আন আন দেশৰ দৰে সভ্য হ'বলৈ বিচাৰে।"— এই কথাধাৰৰ উত্তৰত মই ক'ব খোজোঁ— আড়ম্বৰহীনতাই ভাৰতীয় সভ্যতাৰ বৈশিষ্ট্য আৰু আচল সভ্যতাৰ এই টোৱেই শ্ৰেষ্ঠ লক্ষণ।"

"...... ...... ...... ...... পবিত্ৰতা, গভীৰ চিন্তা আৰু অনুভূতিয়েই ভাৰতীয় দৈনন্দিন জীৱন যাত্ৰাৰ বৈশিষ্ট্য। কলিকতাত থকাৰ সময়ত এই বিলাকেই মোৰ জীৱনৰ মূল লক্ষ্য আছিল। ভোগ-বিলাসেৰে ভৰা পাশ্চাত্য দেশত ভ্ৰমণ কৰাৰ সময়ত হিন্দু পৰিয়ালৰ সুখ পূৰ্ণ ঘৰখনেই আছিল মোৰ স্মৃতি।"

"...... ...... ...... ...... ...... ভাৰতীয় নাৰী সকল অশিক্ষিতা আৰু পদদলিতা বুলি যিটো অভিযোগ কৰা হয়, সি সম্পূৰ্ণ মিছা। আন আন দেশতকৈ ইয়াত নাৰী জাতিৰ ওপৰত অত্যাচাৰ কম। ভাৰতীয় নাৰীৰ মহৎ চৰিত্ৰ ভাৰতৰ জাতীয় জীৱনত শ্ৰেষ্ঠ সম্পদ। আধুনিক অৰ্থত তেওঁলোকক অশিক্ষিতা বোলা হয়, কাৰণ লিখিব পঢ়িব প্ৰায় কেঁয়ে নোৱাৰে। কিন্তু সেই বুলি তেওঁলোক অশিক্ষিতা জানো ? যদি সেয়ে হয়, ৰামায়ণ, মহাভাৰত, পুৰাণৰ কাহিনী কৈ ল'ৰা ছোৱালীক শিক্ষা দিয়া আই, বুঢ়ী আই, মাহী, পেহী ইঁতকো অশিক্ষিতা বুলিব পাৰি। আকৌ এওঁলোকেই যদি ইয়োৰোপীয়

উপন্যাস আৰু কিছুমান বাজে ইংৰাজী আলোচনী পঢ়িব পাৰে তেওঁলোক আৰু অশিক্ষিতা হৈ নাথাকে। এইটো এটা পৰস্পৰ বিৰোধী কথা যেন নালাগেনে বাৰু?

দৰাচলতে আধৰৰ জ্ঞানেই সংস্কৃতিৰ পৰিচায়ক নহয়। ভাৰতীয় জীৱনৰ লগত চিনাকী থকা মানুহ মাত্ৰেই জানে, ভাৰতীয় পাৰিবাৰিক জীৱনৰ মূল কথা হ'ল মহত্ব, ভদ্ৰতা, পৰিচ্ছন্নতা, ধৰ্মশিক্ষা, হৃদয় আৰু মনৰ উৎকৰ্ষ সাধন। এই গুণবোৰ প্ৰত্যেক ভাৰতীয় নাৰীৰ গাতেই আছে।"

এই ভাষণটি স্বামীজীয়ে খবৰ কাকতত পঢ়িবলৈ পাই নিবেদিতাক ধন্যবাদ আৰু আশীৰ্ব্বাদ জনালে। কিন্তু বৃটিছ চৰকাৰে তেওঁৰ ঘৃণা আৰু সন্দেহৰ চকুৰে চাবলৈ ধৰিলে। ৰাজদ্ৰোহীৰ তালিকাত তেওঁৰ নাম ভৰ্ত্তি কৰা হ'ল। চোৰাংচোৱা বিভাগ তৎপৰ হৈ উঠিল। তেওঁ লিখা চিঠিবোৰ খুলি মেলি পৰীক্ষা কৰি চাবলৈ ধৰিলে।

কিন্তু মানৱ সেৱাৰ অফুৰন্ত প্ৰেৰণা আৰু আধ্যাত্ম সাধনাই তেওঁক অবিচলিত কৰি ৰাখিলে। দুগুণ উৎসাহেৰে অক্লান্ত পৰিশ্ৰম কৰিবলৈ লাগি গ'ল।

অসুখৰ কাৰণে জিৰণি ল'বলৈ স্বামীজী কাশীধামলৈ গৈছিল। নিবেদিতাই বাগবজাৰৰ স্কুল খনিত ওচৰে পাঁজৰে থকা কণ কণ ছোৱালী কেইজনক গোটাই আনি বৰ পৰোভতেৰে সৰস্বতী পূজা পাতিলে। সেইদিনাৰ পৰাই স্কুলখনি আৰম্ভ কৰিলে। বাগবজাৰত থকা তেওঁৰ কুটীৰলৈ ৰমেশ চন্দ্ৰ দত্ত প্ৰায়েই আহিছিল আৰু তেওঁক বঙলা ভাষা শিকাইছিল। গোখলে, আবদুৰ ৰহমান, আনন্দমোহন বসু আদি বিখ্যাত লোক সকলো সেই কুটীৰলৈ আহি নানা বিষয়ে আলাপ আলোচনা কৰিছিল। দক্ষিণ আফ্ৰিকাৰ পৰা গান্ধীজী কলিকতালৈ আহি তেওঁৰ লগত দেখা কৰিছিল।

১৯০২ খ্ৰীষ্টাব্দৰ ১১ মাৰ্চ তাৰিখে শ্ৰীৰামকৃষ্ণ দেৱৰ জন্ম তিথি মহোৎসৱ। সেই উপলক্ষে স্বামীজী কলিকতালৈ উভতিল। তেওঁৰ শৰীৰৰ অবস্থা দিন দিনে বেয়াৰ ফাললৈহে ঢাল লৈছিল। নিবেদিতাই তেওঁক দেখা কৰিলে।

"ক্লাছিক থিয়েটাৰ হল" ত নিবেদিতাই ২১ মাৰ্চ্চত "আধুনিক বিজ্ঞানত হিন্দু মন" বিষয়ত এটি বক্তৃতা দিলে।

কুমাৰী মেকলাউডে বৌদ্ধ ভিক্ষু প্ৰিন্স ওডা আৰু "প্ৰাচ্যৰ আদৰ্শ" নামৰ ভ্ৰমণ কাহিনী লিখক দাৰ্শনিক শিল্পী কাকুছা ওকাকুৰা নামৰ দুজন জাপানী বন্ধুক লগত লৈ জাপানৰ পৰা পালেহি। তেওঁলোকে স্বামীজীক নিমন্ত্ৰণ কৰি জাপানলৈ লৈ যাবলৈ আহিছিল। স্বামীজীয়ে অসুখীয়া অৱস্থাতেই তেওঁলোকৰ লগতে দলে বলে বুদ্ধগয়ালৈ যাত্ৰা কৰিলে।

কিছুদিনৰ পিছত ঘূৰি আহি কলিকতা পাই স্বামীজীয়ে নিবেদিতাক ওকাকুৰাৰ লগত আলমোড়াৰ মায়াৱতী আশ্ৰমলৈ যাবলৈ আদেশ দিলে। প্ৰাকৃতিক সৌন্দৰ্য্যৰ লীলা ভূমি মায়াৱতী। নিবেদিতাই মাজে মাজে তাৰ নিৰ্জ্জন কুটীৰত বহি গভীৰ ধ্যানত মগ্ন হৈছিল।

মায়াৱতীত কেইদিন মান থাকি নিবেদিতা বাগবজাৰৰ কুটীৰত সোমালহি আৰু তেওঁৰ স্কুলৰ কামত লাগিল। এদিন স্কুলৰ পৰা বাহিৰলৈ ওলাই আহি থিয় দিওঁতেই দেখিলে স্বামীজী তেওঁৰ কাললৈকে আহি আছে। মায়াৱতীৰ পৰা ঘূৰি অহাৰ পিছত স্বামীজীয়ে তেওঁক ঘৰতে দেখা কৰিবলৈ আহিছে। নিবেদিতা আনন্দত উৎফুল্ল হৈ গুৰু দেৱৰ নামত চিঞৰি জয়ধ্বনি কৰিলে আৰু আগবঢ়াই লৈ আহিল। স্কুলৰ ভিতৰ বাহিৰ পৰিদৰ্শন কৰি স্বামীজীয়ে বৰ আনন্দ অনুভৱ কৰিলে আৰু নিবেদিতাক ক'লে—

"নিবেদিতা, শিশুৰ গাত ঈশ্বৰ আছে। আনকি অৰণ মানি কীটপতঙ্গটিৰ ভিতৰতো সেই ব্ৰহ্মবস্তু লুকাই আছে। তেওঁলোকক কেতিয়াও সেৱা অৰ্চ্চনা কৰিবলৈ নাপাহৰিবা।"

# চিতাৰ জুইৰ পৰা উৰি অহা এটুকুৰা গেৰুৱা কাপোৰ

সেইদিনা একাদশী তিথি। স্বামীজীয়ে উপবাসে থাকি ব্ৰত পালন কৰিছিল। নিবেদিতা তাতে ওলালগৈ। নিবেদিতাৰ কাৰণে ৰান্ধিবলৈ তেওঁ সন্ন্যাসী সকলক আদেশ দিলে।

নিবেদিতাই খোৱাৰ কাষতে মাতৃৰ দৰে স্বামীজী বহিল আৰু তেওঁৰ খোৱাৰ যতন ল'লে। অতীত মাধুৰীৰে ভৰা গল্পবোৰ কৈ বৰ হাঁহিলে। খোৱা শেষ হোৱাত ব্ৰহ্মচাৰীজনৰ হাতৰ পৰা ঘটি আৰু গামোছা কাঢ়িলৈ নিজেই লাহে লাহে নিবেদিতাৰ হাতত পানী ঢালিলে আৰু গামোছাখনৰে দুয়োখন হাত মুচি দিলে। স্বামীজীৰ কাণ্ডখন দেখি নিবেদিতা বৰ আচৰিত হ'ল আৰু একো ভাবি নেপাই ক'লে—

"স্বামীজী, আপোনাকহে মই এনেকৈ সেৱা কৰিব লাগে? আপুনি আকৌ এইবোৰ কি কৰিছে?"

স্বামীজীয়ে হাঁহি ক'লে—

"যীশুৱেওতো তেওঁৰ শিষ্যৰ ভৰি ধুৱাই দিছিল।"

নিবেদিতাই ভাবিলে আৰু ক'লে—

"দিছিল, কিন্তু শেষৰ দিনা।"

কথাষাৰ বৈয়ে তেওঁ চমকি উঠি বৈ গ'ল। এটি কিবা অমঙ্গলৰ আশঙ্কাত তেওঁৰ অন্তৰ কঁপি উঠিল। স্বামীজীয়ে নিবেদিতাৰ মনৰ ভাব বুজাকৈ নাথাকিল। উৎসাহ ভৰা বাণী আৰু হিয়া উবুৰিয়াই আশীৰ্ব্বাদ দি বিদায় দিলে।

কেইদিনমানৰ পিছত স্বামীজীয়ে নিবেদিতালৈ ঠাকুৰৰ ভোগ এজন ব্ৰহ্মচাৰীৰ হাতত পঠাই দিলে। গুৰুৰ প্ৰসাদ গ্ৰহণ কৰি তেওঁ পৰম তৃপ্তি লাভ কৰিলে আৰু সেই দিনটো গভীৰ ধ্যানত মগ্ন হৈ দিব্যানুভূতিত বিভোৰ হৈ থাকিল।

১৯০২ খ্ৰীষ্টাব্দৰ চাৰি জুলাইৰ শুকুৰবাৰৰ ৰাতি নিবেদিতাই এটা সপোন দেখিছিল। তেওঁ দেখিছিল—সেই ৰাতি শ্ৰীৰামকৃষ্ণ দেহে পুনৰ দেহ ত্যাগ কৰিছে। ছাং কৰে সাৰ পোৱাৰ লগে লগে কোনোবাই দুৱাৰত টুকবিয়াৰ নিচিনা শব্দ শুনিলে। দুৱাৰ মেলি দেখে এজন মানুহে এখন চিঠি হাতত লৈ ৰৈ আছে। চিঠিখন পঢ়ি তেওঁ নিজৰ চকুকে বিশ্বাস কৰিব পৰা নাই। তেওঁৰ হিয়াখন খানবান হৈ যেন ভাগি যাব খুজিছে। স্বামীজী আৰু ইহ সংসাৰত নাই।

নিবেদিতা প্ৰথমতে বিহ্বলা হৈ উঠিছিল—কিন্তু নিজক চম্ভালি লৈ কোবাকোবিকৈ বেলুৰ মঠলৈ খোজ ল'লে।

তেওঁ দেখিলে—স্বামীজী নীৰৱে শুই আছে। মুখমণ্ডলত এটি স্বৰ্গীয় জ্যোতি ভাঁহি আছে। শৰীৰৰ কোনো ঠাইত ভয়াবহ মৃত্যুৰ বিভীষিকা নাই ? গভীৰ সমাধিত তেওঁ নিমজ্জমান।

বুকুখন ভাঙি চিঙি নিয়া অসহ্য বেদনাৰাশীৰ অকণমানো নিবেদিতাই বাহিৰত প্ৰকাশ নকৰিলে। তেওঁ গম্ভীৰ হৈ ৰৈ আছিল। খন্তেক পিছত ধীৰ পদক্ষেপেৰে আগবাঢ়ি গৈ স্বামীজীৰ শয্যাৰ কাষত বহিল আৰু বিচনীৰে লাহে লাহে স্বামীজীক বিচিবলৈ ধৰিলে।

শ্মশানৰ চিতাত সেই অমৃত পুৰুষৰ মৃত শৰীৰটি তুলি দিয়া হ'ল। প্ৰথমতে তেওঁৰ মানস কন্যা নিবেদিতাই মুখাগ্নি সংযোগ কৰিলে। পিছত কৰিলে বাকী সন্ন্যাসী সকলে।

নিবেদিতাই জ্বলন্ত চিতাগ্নিৰ ফাললৈ একেথৰে চাই আছিল আৰু মনে মনে প্ৰাৰ্থনা জনাইছিল—

"হে গুৰুদেৱ, হে মহাবীৰ, হে মোৰ পিতৃ, তুমি মোক অফুৰন্ত শক্তি দিয়া। তোমাৰ সেই অন্তৰ বাণীৰ জ্বলন্ত শিখাই মোৰ কৰ্ত্তব্য পথ পোহৰ কৰি তোলক। মই যেন বাধা বিঘিনি সকলোবোৰ অতিক্ৰম কৰি তুমি দেখুৱাই দিয়া সেই লক্ষ্যত উপনীত হ'ব পাৰোঁ।"

স্বামীজীয়ে দেহত্যাগ কৰাৰ ভালেমান দিনৰ আগৰে পৰা বাৰে বাৰে তাৰ ইঙ্গিত দিছিল। মুখৰেও প্ৰকাশ কৰিবলৈ আৰম্ভ কৰিছিল, এইবাৰ বিদায় লোৱাই ভাল হ'ব। বৰগছৰ তলত সৰু গছ বাঢ়িব নোৱাৰে। সৰু বিলাকে যদি বৰ হৈ ভাৰ তুলি নলয়, দেশ চলিব কেনেকৈ ?

সেই চাৰি জুলাইৰ দিনা তেওঁ বেছ সুস্থ শৰীৰেৰেই দৈনিক কৰ্ত্তব্যখিনি কৰি আছিল। ৰাতিপুৱা ভালেমান সময় ধ্যান কৰিছিল। দুপৰীয়া শিষ্য সকলক সংস্কৃত পঢ়াইছিল। আবেলি কেইমাইলমান খোজ কাঢ়িছিল। সাঁজ লগাত ঘূৰি আহি মঠৰ ভিতৰ সোমাওঁতে আৰতিৰ ঘণ্টা বাজি উঠা শুনিবলৈ পালে। দক্ষিণেশ্বৰৰ ফাললৈ মুখ কৰি ধ্যানত বহিল। হাতত জপৰ মালা। কেইঘণ্টামানৰ পিছত মজিয়াতে শুই পৰিল। আৰু কেইঘণ্টামানৰ পিছত দীঘলীয়াকৈ দুটি গভীৰ নিশ্বাস এৰিলে। এটি শিশুৰ যেন কান্দোনৰ সুৰ বাজি উঠা শুনা গ'ল। ইয়াতেই শেষ। স্বামীজীৰ আত্মা সেই আনন্দময় অমৃত স্থানলৈ উৰা মাৰিলে ! অগ্নিত ভস্মীভূত হ'ল তেওঁৰ নশ্বৰ শৰীৰ।

শ্মশান ভূমিত চিতাগ্নিলৈ চাই চাই নিবেদিতা ভাৱত তন্ময় হৈ আছিল। হঠাতে কোনোবাই যেন তেওঁৰ কাপোৰত ধৰি টানি দিলে। থৰমৰ খাই ঘূৰি চাই দেখে, এটুকুৰা গেৰুৱা কাপোৰ চিতাৰ জুইৰ পৰা উৰি আহি তেওঁৰ কাষতে পৰিছে। সভক্তিৰে তুলি ল'লে আৰু ভাবিলে— তেওঁৰ গুৰুদেৱ যোৱা নাই। শৰীৰ

ধ্বংস হ'লেও তেওঁ আছে ? তেওঁৰ অদৃশ্য শক্তিয়ে তাৰেই ইঙ্গিত দিছে। কুমাৰী জোচেফিন মেকলাউডলৈ পঠাবলৈ স্বামীজীৰ চাদৰৰ এটুকুৰা বিচাৰি, চিতাত তুলি দিয়াৰ আগ মুহূর্ত্তত, নিবেদিতাই আশা প্ৰকাশ কৰিছিল। তেওঁৰ অন্তৰৰ সেই ক্ষুদ্ৰ আশাটিও গুৰু দেৱে পূৰণ নকৰাকৈ নাথাকিল।

নিবেদিতাৰ দুচকু চকুলোৰে ভৰি পৰিল।

# শিক্ষাদানব্ৰতী আৰু লেখিকা

আজি বিবেকানন্দ নাই, কিন্তু আছে তেওঁৰ তেজস্বীনী দুহিতা নিবেদিতা। ভাৰতৰ ঘৰে ঘৰে, দুৱাৰে দুৱাৰে, পথে প্ৰান্তৰে বিবেকানন্দৰ জীৱন আৰু বাণী লৈ ঘূৰিবলৈ ধৰিলে সিংহীনী নিবেদিতা। স্বামীজীৰ অসম্পূর্ণ কাম সম্পূর্ণ কৰিবলৈ তেওঁ দিনে ৰাতিয়ে কঠোৰ পৰিশ্ৰম কৰিবলৈ ধৰিলে। এজন বন্ধুলৈ তেওঁ লিখিলে—

"মোৰ গুৰু দেৱৰ মৃত্যু হোৱা নাই। তেওঁ সদায় আমাৰ লগতে আছে। মই আনকি শোকো কৰিব নোৱাৰোঁ। মই কেৱল কাম কৰি যাম।"

নিবেদিতাই অনুভৱ কৰিছিল— ভাৰতবৰ্ষৰ অপমান আৰু পতনৰ মূল পৰাধীনতা। ভাৰতবৰ্ষক মুক্ত কৰিবই লাগিব। কেৱল কেই-গৰাকীমান শিক্ষিতা নাৰী গঢ়ি তুলিলেই আসমুদ্ৰ হিমাচল এই বিৰাট ভাৰত ভূমিৰ সৰ্ব্বতো ভাৱে কল্যাণ সাধিব পৰা নহ'ব। ভাৰতৰ প্ৰত্যেক নাৰীৰে অন্তৰত অখণ্ড জাতীয়ভাবোধৰ প্ৰেৰণা জগাই তুলিব লাগিব। তেওঁলোকৰ মনলৈ স্বাধীন চিন্তাৰ জোৱাৰ আনি দিব লাগিব।

ভাৰতবাসী ধৰ্ম্মপ্ৰাণ। দৈনন্দিন জীৱনৰ সকলুবা আচাৰ ব্যৱহাৰতো তেওঁলোকৰ সূক্ষ্ম ধৰ্ম্মানুভূতি। তেওঁলোকৰ ধৰ্ম্মই জীৱন আৰু জীৱনেই ধৰ্ম্ম। এতিয়াও ধৰ্ম্মৰ আশ্ৰয়তেই, হিন্দুৰ অসংখ্য লৌকিক নীতিৰ উৰ্দ্ধত থকা বেদান্তৰ সেই অমোঘ বাণীৰে ভাৰতীয় নৰনাৰীৰ বুকুত অপূৰ্ব্ব জাতীয় চেতনাৰ উত্তাল তৰঙ্গ তুলি দিব লাগিব।

দেশবাসীৰ হৃদয়ত জাতীয়তাবোধ জগাই তুলিবলৈ নিবেদিতাই জন সভাবোৰত উদ্দীপনাময় বক্তৃতা দিবলৈ আৰম্ভ কৰিলে। ভাৰতীয় জনতাৰ বুকুত স্বাধীনতাৰ কাৰণে এটি জাগৰণ আনি দিবলৈ তেওঁ সকলো প্ৰকাৰে চেষ্টা কৰিবলৈ ধৰিলে। ঈশ্বৰ আৰাধনা আৰু বালিকা বিদ্যালয়ত শিক্ষা দান কাৰ্য্যৰ ওপৰিও অসংখ্য কামে তেওঁক জুমুৰি দি ধৰিলে। তেওঁৰ কৰ্ম্ম ক্ষেত্ৰৰ পৰিসৰ দিনে দিনে বৃদ্ধি হৈ আহিল।

জন নবোলৰ নাতিনী মাৰ্গাৰেট। তেওঁৰ শিৰায় শিৰায় বৈ আছিল স্বাধীনতাৰ তপত তেজ। বুকুত দপ্ দপ্কৈ জ্বলি আছিল বিপ্লৱৰ বহ্নি। তেওঁৰ বংশ পৰম্পৰা পোৱা সেই জুইকুৰাত ইন্ধন যোগালে বীৰ ভক্ত বিবেকানন্দই। নিবেদিতাক মুক্তি লাগে। পৰাধীনা দীনা হীনা ভাৰতী আইক শৃঙ্খল খুলি মুকলি কৰিব।

সন্ন্যাসী সংঘৰ নিয়ম শৃঙ্খলাত সিংহীনী নিবেদিতা যেন বন্দীনী হৈ আছিল। সংঘৰ সভাপতি স্বামী ব্ৰহ্মানন্দক তেওঁৰ অন্তৰৰ কথা সকলো ভাঙি ক'লে। স্বামী ব্ৰহ্মানন্দ আছিল এজন মহাসাধক। শ্ৰীৰামকৃষ্ণৰ এজন প্ৰধান ভক্ত আৰু বিবেকানন্দৰ অন্তৰঙ্গ বন্ধু। তেওঁৰ নিবেদিতালৈ যথেষ্ট মৰম। এৰি দিবলৈ বৰ টান পাইছিল। কিন্তু সংঘৰ ভিতৰত থাকি ৰাজনীতি কৰাত বাধা আছে। স্বামী বিবেকানন্দইও বাৰণ কৰি গৈছে। আগ পাছ গুণি নিবেদিতাৰ লগত সংঘৰ সম্বন্ধ চিঙি দিয়া হ'ল।

এতিয়াৰ পৰা নিবেদিতাৰ কাৰ্য্যপন্থা স্বপ্ৰণোদিত আৰু সম্পূৰ্ণ স্বতন্ত্ৰ হ'ল। তেওঁ নিজৰ ভৰিৰ ওপৰত থিয় হৈ সেৱা কাৰ্য্য চলাই যাবলৈ সঙ্কল্প ল'লে। তেওঁ কি যে কঠোৰ সংগ্ৰাম কৰিব লগীয়া হৈছিল। ঘৰৰ ভাৰা, নিজৰ আহাৰ, মানুহ ৰখা খৰচ আৰু স্কুল খনিৰ কাৰণে অ'ৱশ্যকীয় টকা পয়চাৰ চিন্তাই তেওঁক জুমুৰি দি ধৰিলে। গুৰুৰ শিক্ষাৰ প্ৰভাৱত তেওঁ অতি সহনশীলা হৈ উঠিছিল।

নিবেদিতাৰ সংগ্ৰামী মনটোক বাহিৰৰ কোনো কথাই টলাব নোৱাৰিলে। ভালেমান বাতৰি কাকত আলোচনীলৈ প্ৰবন্ধ লিখি টকা পয়চা আৰ্জিবলৈ ধৰিলে। "ভাৰতীয় জীৱন ৰহস্য" ( The web of Indian life ) কিতাপ খনি শেষ কৰি ছপোৱাৰ কথাও ভাবিলে।

স্বামীজীৰ আন এগৰাকী শিষ্যা খ্ৰীষ্টাইন গ্ৰীণষ্টাইডেল। স্কুলীয়া শিক্ষা দানৰ পৰিসৰ বৃদ্ধি কৰিবৰ কাৰণে নিবেদিতাই গ্ৰীণষ্টাইডেলৰ সহায় ল'লে। জাতি কৰ্ম্ম নিৰ্ব্বিশেষে সকলো শ্ৰেণীৰ মানুহৰ কণ কণ ছোৱালীয়ে পঢ়া কিতাৰ পাটৈন খনৰ বাহিৰেও প্ৰাপ্ত বয়স্কা সকলৰ কাৰণে দুপৰীয়া বাৰ বজাৰ পৰা আবেলি চাৰি বজালৈ শিক্ষা শ্ৰেণী খোলা হ'ল। বেজী সূতাৰ কামৰ পৰা গৃহ বিজ্ঞানলৈকে এগৰাকী গৃহিনীয়ে জানিব লগা সকলো জ্ঞান দিয়াৰ ব্যৱস্থা কৰিলে। প্ৰত্যেক গৰাকী ছাত্ৰীৰ প্ৰতি অকপট মৰম চেনেহেৰে আৰু তেওঁলোকৰ লগত ব্যক্তিগত সম্পৰ্ক গঢ়ি তুলি স্কুলখনিত এটি সুন্দৰ পাৰবেশ সৃষ্টি কৰা হৈছিল।

গৃহিনী সকলৰ মাজত স্কুললৈ যাবলৈ বৰ হেঁপাহ দেখা গৈছিল। তেওঁলোকে যেন ভতাতৈতৰাকৈ ঘৰুৱাহী কাম বন শেষ কৰি ওচৰ চুবুৰীয়া কোনোবা অতি মৰমৰ বান্ধবীৰ ঘৰলৈহে যাবলৈ ওলাইছে।

শিক্ষাদানৰ ভাৰ সাধাৰণতে খ্ৰীণষ্টাইভেলৰ ওপৰত দিলে। নিবেদিতাই ভ্ৰমণ আৰু প্ৰচাৰ কাৰ্য্যৰ যোগেদি জাতি গঠনৰ বহল কৰ্ম্মক্ষেত্ৰত আত্মনিয়োগ কৰিলে। নিবেদিতাৰ স্কুল খনৰ ওপৰত মন্তব্য কৰি এবাৰ এজন ইংৰাজ লিখকে লিখিছিল—

"অকণমানি কিণ্ডাৰ গাৰ্টেন এখনিতে প্ৰথমতে আৰম্ভ হৈ লাহে লাহে এই স্কুলখন এখন ডাঙৰ স্কুলত পৰিণত হ'ল। কণ কণ ছোৱালীৰ পৰা বিবাহ যোগ্যা ডাঙৰ হিন্দু ছোৱালীৰে স্কুলখন ভৰি পৰিল। বিবাহিতা মহিলা আৰু বিধবা সকলো স্কুলৰ ছাত্ৰী হ'ল। ভনী নিবেদিতা আৰু তেওঁৰ সহকৰ্ম্মী সকলে তেওঁলোকৰ শিক্ষা দানৰ কাম এনেভাৱে পৰিচালনা কৰিছিল যে সেই জ্ঞান বৃক্ষজুপি চিনাকী পৰিবেশৰ পৰা আঁতৰাই আনি একেবাৰে অচিন মাটিত ৰোপন কৰা হৈছিল বুলি কোনোমতে ক'ব নোৱাৰি। কণমানি ছোৱালীজনীৰ পৰা বয়সীয়া মহিলা গৰাকীলৈকে কাকো তেওঁলোকৰ ঘৰৰ ভিতৰখনৰ পৰা অচিনাকী জগত এখনলৈ মাতি নিয়া হোৱা নাছিল। স্কুল খনিৰ শিক্ষা পদ্ধতিয়ে ছাত্ৰী সকলৰ পৰা ইয়াকেই বিচাৰিছিল—

প্ৰত্যেক গৰাকী ছাত্ৰীয়েই প্ৰত্যেক দিনে নিৰ্দ্ধাৰিত সময়ত একোটা আলিৰ কাষতে শাৰী হৈ থকা বা একোটা চুবুৰিতে থকা এখন ঘৰৰ দুৱাৰেদি ওলাই আন এখন ঘৰৰ দুৱাৰেদি সোমাব লাগিব মাথোন। ................ নতুন ধৰ্ম্মত দীক্ষা দিয়া নাইবা অচিনাকী সমাজ পদ্ধতিৰ লগত চিনাকী কৰি দি সেই সমাজৰ সভ্য ভৰ্ত্তি কৰোৱাৰ চেষ্টা তাত নচলিছিল। কিন্তু তাৰ ছাত্ৰী সকলে নিজৰ ৰীতি নীতি, সভ্যতা সংস্কৃতিৰ যোগেদি ভাৰতীয় আদৰ্শত গঢ় লৈ আত্মোন্নতি কৰিব লাগিব।

কিণ্ডাৰগাৰ্টেন স্কুলখনিত পাঠ্য কিতাপৰ প্ৰচলন নাছিল। কেৱল মুখে মুখে আৰু খেলা বস্তুৰ সহায়ত শিক্ষা দিয়া হৈছিল। চকুত

লগা বুদ্ধিমতী ছাত্ৰীৰ বিষয়ে তেওঁৰ ভায়েৰীৰ পাতত মন্তব্য লিখি থৈছিল। দুই প্ৰকৃতিৰ ছাত্ৰীহঁতকো মাতৃৰ দৰে সৰ্বদাম চকুৰে শিক্ষা দিছিল। এজনী ছাত্ৰীৰ বিষয়ে তেওঁৰ ভায়েৰীত লিখিছে—

"বৰ চালাক আৰু অদ্ভুত ছোৱালী। কণ্ঠস্বৰ কৰ্কশ। কিন্তু তাই কেৱল ভাল আৰু লচ্ পচ্ কৰে, ভৰবৰী। গাৰ বং বৰ ক'লা। আৰু দেখিবলৈকো হ্যাবৰ পৰা ওলাই অহা বনৰী ছোৱালী জনাৰ নিচিনা। তাইৰ চেহেৰা আৰু স্বভাৱত নাছিল অকণমানো লাৱণ্য। সভ্যও নহয়। কিন্তু দয়াৰ প্ৰতিমূৰ্ত্তি। তাইৰ ভায়েক এটাৰ লগত তাইৰ বৰ বন্ধুত্ব। সিহঁত দুয়োটাই বিয়লি মোৰ কাষলৈ আহে আৰু মোক বঙলা শিকায়।"

# "ভাৰতবৰ্ষক ভাৰতীয় সাঁচত গঢ় দিয়া"

"যদি আৰু এজন বিবেকানন্দ থাকিলহেঁতেন, তেতিয়া বুজিলেহেঁতেন বিবেকানন্দই কি কৰি গ'ল!"— মৃত্যুৰ দিনা আবেলি ফুৰিবলৈ ওলাই যাওঁতে লগত যোৱা প্ৰেমানন্দক বিবেকানন্দই এইষাৰ কথা কৈছিল।

বিবেকানন্দৰ সেই শক্তি, সেই কৰ্মক্ষমতা তেওঁৰ পিছৰ পুৰুষ শিষ্য সকলৰ গাত হয়তো নাছিল, কিন্তু তেওঁৰ মানস কন্যা নিবেদিতাৰ মন আৰু শৰীৰত সকলো খিনি শক্তি ভক্তি দি থৈ গৈছিল। নিবেদিতাই ভাৰত তীৰ্থত যাত্ৰা আৰম্ভ কৰিলে। নাগপুৰ বোম্বাই, ওৱাৰ্দ্ধা, অমৰাৱতী, সুৰাট, বৰোদা, আহমেদাবাদ, পাটনা, লক্ষ্ণৌ আদি ঠাইত ভ্ৰমণ কৰিলে। স্বামী বিবেকানন্দ, এছিয়াৰ জীৱন আধুনিক বিজ্ঞানত হিন্দু মন, ভাৰতীয় নাৰী, প্ৰাচীন আৰু নতুন খ্ৰীষ্ট ধৰ্ম, এছিয়াৰ ঐক্য, শক্তি পূজা, ভক্তি আৰু শিক্ষা, এছিয়াৰ ঋষি সকল, কৰ্ম, বৰ্ত্তমান চিন্তাৰ পোহৰত হিন্দু ধৰ্ম্ম, ভাৰতীয়

আদর্শ, ললিত কলা, কি কি কিতাপ পঠনীয় আৰু কিয় ? আদি অসংখ্য বিষয়ত বক্তৃতা দিলে।

নিবেদিতাই বক্তৃতা দিওঁতে তিনিটা কথাৰ ওপৰত জোৰ দিছিল প্ৰথমতে ভাৰতীয় লোক সকলে তেওঁলোকৰ সঞ্চিত আত্মিক শক্তিৰ ওপৰত অনন্ত বিশ্বাস দৃঢ় কৰি তুলিব লাগিব। দ্বিতীয়তে বিদেশী শাসন শৃঙ্খলাৰ পৰা মুক্ত হ'বৰ কাৰণে তেওঁলোকে সকলো প্ৰকাৰৰ শক্তি আহৰণ কৰিব লাগিব। তৃতীয়তে তেওঁলোকে উপলব্ধি কৰিব লাগিব— অন্ধকাৰত ডুব গৈ থকা লোক সকলৰ চকুত পোহৰৰ অঞ্জন সানি দিবৰ কাৰণেই শ্ৰীৰামকৃষ্ণ আৰু স্বামী বিবেকানন্দৰ অৱতাৰ হৈছে।

নিবেদিতাই দৃঢ় ভাৱে বিশ্বাস কৰিছিল— নাৰী সকলেই একোটা জাতিক গঢ় দিব পাৰে সেই কাৰণে ভাৰতীয় নাৰী সকলক সম্বোধন কৰি দুআষাৰ কোৱাৰ সুবিধা তেওঁ কেতিয়াও নেৰিছিল।

"মই ভাৰতবৰ্ষক ভাল পাওঁ, কাৰণ জগতৰ ধৰ্ম্ম সমূহৰ মাজত যিটো বস্তু শ্ৰেষ্ঠ আৰু উৎকৃষ্ট ভাৰতবৰ্ষ তাৰেই জন্মদাত্ৰী। হে ভনী সকল, আপোনালোকৰ প্ৰতি মোৰ আন্তৰিক স্নেহ জনাইছোঁ। আপোনালোকৰ ওচৰত মোৰ অনুৰোধ, আপোনালোকে পাশ্চাত্য সাহিত্যৰ পৰিবৰ্ত্তে এই মহিমাময় প্ৰাচ্য সাহিত্যৰ অনুশীলন কৰক। আপোনালোকৰ সাহিত্যযেই আপোনালোকক উন্নত কৰিব। আপোনালোকৰ পাৰিবাৰিক জীৱনৰ যি সৰলতা আৰু গাম্ভীৰ্য্য সি যেন অটুট হৈ থাকে। পাশ্চাত্যৰ আধুনিক ৰীতি নীতি, আড়ম্বৰ আৰু ইংৰাজী শিক্ষাই যেন আপোনালোকৰ নম্ৰতা আৰু লাৱণ্য নষ্ট নকৰে।"

মাদ্ৰাজত অনুষ্ঠিত হোৱা সভাতৈ যাব নোৱাৰি নিবেদিতাই মাদ্ৰাজৰ মহিলা সকলৈ দিয়া মূকলি চিঠি খনত লিখিছিল—

"স্বামী বিবেকানন্দৰ দৃঢ় বিশ্বাস আছিল, ভাৰতৰ ভৱিষ্যত, ভাৰতৰ পুৰুষতকৈ নাৰীৰ ওপৰত বেছি নিৰ্ভৰ কৰিছে। আমাৰ

ওপৰত তেওঁৰ অগাঢ় বিশ্বাস আছিল। একমাত্ৰ ভাৰতৰ নাৰীয়েই প্ৰাচীন কালত প্ৰফুল্ল মনেৰে স্বৰ্গগত স্বামীৰ চিতাত উঠি অগ্নিত ভস্মীভূত হৈছিল। কোনেও তেওঁলোকক বাধা দি ৰাখিব নোৱাৰিছিল। সীতা ভাৰতৰ নাৰী। তেনেকৈ সাবিত্ৰী আৰু উমা। কঠোৰ তপস্যাৰ বলত দেৱাদি দেৱ মহাদেৱক লাভ কৰিছিল ভাৰতীয় নাৰীয়ে। এয়ে হ'ল ভাৰতীয় নাৰীৰ জীৱন চিত্ৰ। সকলো দেশতে সকলো জাতিয়ে তেওঁলোকৰ পবিত্ৰতা আৰু শক্তিৰক্ষাৰ ভাৰ নাৰীৰ ওপৰত দি আহিছে, পুৰুষৰ ওপৰত নহয়। কেইজনমান পুৰুষ মাথোন অ'ত ত'ত আচাৰ্য্য ৰূপে পৰিগণিত হৈছে। কিন্তু অধিকাংশই জীৱিকা অৰ্জ্জনৰ নিমিত্তে পৰিশ্ৰম কৰিব লগীয়া হৈছে। ঘৰৰ ভিতৰৰ পৰাই তেওঁলোকে পাইছে অনুপ্ৰেৰণা। তেওঁলোকৰ শ্ৰদ্ধা, অন্তৰ্দৃষ্টি আৰু মহত্বৰ উৎস সেই গৃহ পৰিবেশ, যি পৰিবেশ নাৰীৰ তপস্যাৰ ফল মাথোন। ভাৰতীয় আই আৰু বোৱাৰী সকলক এই কথা মনত পেলাই দিবৰ আৱশ্যক নকৰে। শ্ৰীকৃষ্ণ আৰু শঙ্কৰাচাৰ্য্যই তেওঁলোকৰ মাতৃৰ পৰা কিমান অনুপ্ৰেৰণা পাইছিল। অসংখ্য নাৰীয়ে তপস্বীনীৰ দৰে, নীৰৱ শান্ত জীৱন অতিবাহিত কৰি গৈছে। বিশ্বস্ত থকাই আছিল তেওঁলোকৰ গৌৰৱ, পূৰ্ণতা লাভ কৰাই আছিল তেওঁলোকৰ উচ্চাকাঙ্খা। এই সকল নাৰীৰ দ্বাৰায়েই ধৰ্ম্ম সংৰক্ষণ আৰু সমৃদ্ধি ঘটিছে, বহিৰ্জগতৰ সংগ্ৰামৰ দ্বাৰা নহয়।

আজি আমাৰ দেশ আৰু ধৰ্ম্মৰ বৰ দুখ লগা অৱস্থা। ভাৰত মাতৃয়ে তেওঁৰ জীয়াৰী সকলক এই মুহূৰ্ত্তত বিশেষ ভাৱে আহ্বান জনাইছে। তেওঁলোকে প্ৰাচীন কালৰ দৰে শ্ৰদ্ধাৰে ওপচি থকা হিয়া একোখনি লৈ তেওঁক সহায় কৰিবলৈ আগবাঢ়ি আহক। কেনেকৈ আগবাঢ়িব লাগিব ? এয়ে হ'ল প্ৰশ্ন।

প্ৰথমতে হিন্দু মাতৃ সকলে তেওঁলোকৰ সন্তান সকলৰ অন্তৰত ব্ৰহ্মচৰ্য্যৰ তৃষ্ণা পুনৰ জগাই তোলক। ইয়াৰ বাহিৰে অন্য উপায়ে

এই ভাৰিটোয়ে সেই প্ৰাচীন বীৰ্য্য লাভ কৰিব পৰা সম্ভৱ নহ'ব। ভাৰতৰ বাহিৰে পৃথিৱীৰ আৰু ক'তো ছাত্ৰ জীৱনৰ এনে মহান আদৰ্শ নাই। যদি ইয়াতেই সি নাশ হয়, আৰু পৃথিৱীৰ কোন ঠাইৰ শক্তিয়ে ইয়াক ৰক্ষা কৰিবহি বুলি আশা কৰিব পাৰি? ব্ৰহ্মচৰ্য্যৰ মাজতে সকলো শক্তি আৰু মহত্ব লুকাই আছে। প্ৰত্যেক জননীয়ে যেন দৃঢ় প্ৰতিজ্ঞা কৰে, তেওঁলোকৰ সন্তান মহৎ হ'ব।"

একেৰাহে বক্তৃতা দিয়াৰ কাৰণে তেওঁ বৰ দুৰ্ব্বলতা অনুভৱ কৰিছিল আৰু অলপদিন জিৰণি ল'বলৈ কলিকতালৈ উভতি আহিল। ডিচেম্বৰ মাহত মাদ্ৰাজলৈ গ'ল। তাত প্ৰায় এমাহ কাল থাকিল। পুনৰ কলিকতালৈ ঘূৰি আহি পঢ়াশালিৰ কামত মনোযোগ দিলে। ১৯০৪ চনৰ জানুৱাৰী মাহত উত্তৰ ভাৰত অভিমুখে নিবেদিতাই যাত্ৰা কৰিলে। পাটনা, বাঙ্কীপুৰ, নালন্দা, বুদ্ধগয়া, কাশী, লক্ষ্ণৌ আদি ঠাইত বক্তৃতা দি তেওঁ সকলোৰে অন্তৰ জয় কৰিলে। শিক্ষা বিষয়ত দিয়া তেওঁৰ ভাষণাৱলীয়ে ভাৰতৰ নেতৃবৃন্দক যথেষ্ট সহায় কৰিছিল। কিয়নো সেই সময়ৰ বৰলাট লৰ্ড কাৰ্জনে নিয়োগ কৰা বিশ্ববিদ্যালয় আয়োগৰ ওপৰত তেওঁলোকে খোলাখুলি ভাৱে অনাস্থা দিছিল।

নিবেদিতাৰ ভাষণাৱলীৰ ওপৰত "বিহাৰ হেৰল্ড" কাকতে মন্তব্য দিছিল—

"ভাৰতবৰ্ষক, বিশেষকৈ বিহাৰ প্ৰদেশক এনেকুৱা এজন ধৰ্ম্ম প্ৰচাৰকৰেই অত্যন্ত আৱশ্যক, যিজনৰ মহৎ প্ৰচাৰ কাৰ্য্যই ভাৰতীয় জাতিক প্ৰগতিৰ পথত আগবাঢ়িবলৈ সচেতন কৰি তোলে আৰু লগতে কাৰ্য্যকৰি পন্থাৰ পৰামৰ্শ আগবঢ়ায়।"

পাটনাৰ সৰস্বতী সভা এখনত জনী নিবেদিতাই দিয়া বক্তৃতা প্ৰসঙ্গত ছাত্ৰ সকলক উদ্দেশ্য কৰি কৈছিল—

“ [illegible] — তোমালোক সাহসী হোৱা। মহাভাৰতৰ কথা মনত ৰাখা। ভাল আহাৰ আৰু নিদ্ৰাৰ প্ৰতি মনোযোগ ৰখা, তোমালোকৰ প্ৰথম আৰু খেলা ধূলাত যোগদান কৰাটো তোমালোকৰ দ্বিতীয় কৰ্ত্তব্য হওক। বৰ্ত্তমান তোমালোকে যি শিক্ষা লাভ কৰিছা তাত এটা বিদেশী ভাষা আয়ত্ত কৰোতেই তোমালোকৰ আধা শক্তি ক্ষয় হৈ যায়।

আমাক লাগে শক্তিমান যুৱকৰ দল। পঢ়া শুনাতেই তোমালোকৰ সকলো শক্তি যেন শেষ হৈ নাযায়। মাতৃভূমিৰ কল্যাণেই তোমালোকৰ জীৱনৰ স্থিৰ লক্ষ্য হোৱা উচিত। অকল সাহিত্য চৰ্চ্চা বা পাণ্ডিত্য পূৰ্ণ প্ৰবন্ধ লিখি নাইবা বক্তৃতাৰ দ্বাৰাই এই লক্ষ্যত উপনীত হ'বলৈ নিবিচাৰিবা। এনে কাৰ্য্যৰ কাৰণে সমৰ্থবান তোমালোকৰ মাজত বহুতো আছাহঁক। গোটেই দেশখনে তোমালোকৰ পৰা কাম বিচাৰে। ঐশ্বৰ্য্য, সম্পদ, সুখ, শক্তি আৰু জ্ঞানৰ অৰ্থে সংগ্ৰাম কৰা। এইবোৰেই তোমালোকৰ জীৱনৰ লক্ষ্য হওক। যুদ্ধলৈ বুলি যেতিয়া তোমালোকলৈ আহ্বান আহিব তেতিয়া তোমালোক কেতিয়াও শুই নাথাকিবা।”

তেওঁ দিয়া এই বক্তৃতাৰ ওপৰত মন্তব্য কৰি “বিহাৰ হেৰল্ডে” লিখিলে—

“আমাৰ ডেকা সকলৰ শাৰীৰিক শিক্ষা আৰু গাভৰু সকলৰ শিক্ষাৰ সম্বন্ধে তেওঁ বহল ভাবে আলোচনা কৰিছে। তেওঁৰ সেই প্ৰাণস্পৰ্শী বক্তৃতাই অতি এলেহুৱা আৰু নিস্তেজ শ্ৰোতা জনকো কৰ্ম্মতৎপৰ কৰি তুলিব।

দ্বিতীয় দিনা পাটনা চহৰৰ জনসভাত ভাষণ দি তেওঁ ক'লে—

“ভাৰতবাসীয়ে বৃটিছ চৰকাৰৰ পৰা কোনো সহায় সহানুভূতি নিবিচাৰিব। যি উপযুক্ত শিক্ষাই দেশক সম্পদ দিব, সেই শিক্ষা সেই দেশৰ মানুহে নিজে বিচাৰি লোৱা উচিত। ভাৰতীয় নাৰী

শিক্ষিতা হ'ব লাগিব। কিন্তু তেওঁলোকক সামাজিক দৃষ্টি কোণৰ পৰা বিচাৰ কৰি শিক্ষা দিয়া উচিত। শিক্ষিতা নাৰীয়ে যাতে সমাজৰ আধ্যাত্মিক, মানসিক, আৰু শাৰীৰিক স্বাস্থ্য অক্ষুন্ন ৰাখি সমাজৰ সৰ্ব্বতোভাৱে শ্ৰীবৃদ্ধি কৰিব পাৰে। ল'ৰাইতক জাতীয়তাৰ দৃষ্টি কোণৰ পৰা শিক্ষা দিয়া উচিত হ'ব।

তোমালোকৰ তিৰোতা সকল পৃথিৱীৰ ভিতৰত সুন্দৰতম, তোমালোকে যেনে ভাৱে ভাৱা, তেওঁলোক তেনে মূৰ্খ নহয়।"

বিবেকানন্দৰ শিষ্যা গৰাকীয়ে বাৰে বাৰ দঢ়াই তেওঁৰ পত্ৰিকাৰ ভাষাত কৈছিল—

"যদি প্ৰত্যেকজন ল'ৰা-ছোৱালীয়ে অকৃত্ৰিম প্ৰেম, অনুৰাগ, সাধুতা, আৰু অনিৰ্ব্বাণ উৎসাহেৰে কাম কৰে, আৰ্য্যসকলৰ মহাতীৰ্থ এই ভাৰতবৰ্ষৰ অতীত গৌৰৱ আকৌ নিশ্চয় ঘূৰি আহিব। ভাৰতবৰ্ষৰ পুনৰ উত্থান ৰাজনৈতিক স্বাধীনতাৰ যোগেদিহে সাধন কৰিব পৰা হ'ব।"

"জীৱনক সমৰ ক্ষেত্ৰ বুলি সম্পূৰ্ণ ৰূপে অনুভৱ কৰিছোঁ আৰু বৰ্ত্তমান আমি স্থিৰ কৰিছোঁ— বিপক্ষ শক্তিৰ লগত কৰা আমাৰ সংগ্ৰামে আমাক কেৱল গ্ৰহণ কৰাৰ উপযোগী কৰিয়েই নোখোলে, পৃথিৱীৰ সমূহীয়া সংস্কৃতিলৈ অৱদান দিবৰ কাৰণে আমাক সমৰ্থবান কৰি তুলিব। এতেকে আমি কৰ্ম্মবিমুখ নহৈ কৰ্ম্মতৎপৰ হৈ উঠোহঁক। ভাৰতবৰ্ষক ভাৰতীয় সাঁচত গঢ় দিয়া, ভাৰতীয় চিন্তাক শৃঙ্খলাবদ্ধ কৰা, আমাৰ যাত্ৰাৰ গতিপথ নিৰ্ণয় কৰা, সকলো বিলাক আমি কৰি ল'ব লাগিব, আমাৰ হকে আনে কৰিবলৈ নাহে। এতেকে আমাৰ পৰিকল্পনা আমি কৰি ল'ব লাগিব। আমাৰ নীতি আমি ঠিক কৰিব লাগিব।"

# ভাৰতবৰ্ষৰ জাতীয় জাগৰণ আৰু নিবেদিতা

১৯০৪ চনৰ শেষ ছোৱাত দেশৰ ৰাজনৈতিক অৱস্থা উত্তপ্ত হৈ উঠিল। ১৯০০ ৰ পৰা ১৯৫০ চনৰ ভিতৰত ভাৰতৰ কংগ্ৰেছ নেতৃবৰ্গই আবেদন নিবেদন আৰু প্ৰতিবাদ আদিৰ যোগেদি বৃটিছ চৰকাৰৰ লগত সাংবিধানিক মীমাংসা এটালৈ আহিবৰ কাৰণে চেষ্টা কৰিলে। কিন্তু ১৯০৫ চনত হঠাতে বৰলাট লৰ্ড কাৰ্জ্জনে কৰা বঙ্গ বিভাজনৰ ঘোষণাত তেওঁলোকে অন্তৰত বৰ আঘাট পালে। তেওঁলোক অপমানিত আৰু লজ্জিত হ'ল। ভাৰতজুৰি স্বদেশী আন্দোলনৰ অগ্নি জ্বলি উঠিল। গান্ধীজীৰ নেতৃত্বত আৰম্ভ হ'ল বিদেশী বৰ্জ্জন।

কুৰিশতিকাৰ প্ৰথম দশকত হোৱা সেই ৰাজনৈতিক আন্দোলনত নিবেদিতা সক্ৰিয় কৰ্ম্মী নাছিল যদিও তেওঁ ভাৰত আত্মাৰ নবজাগৰণ দেখি অপৰিসীম আনন্দ আৰু আত্মতৃপ্তি লাভ কৰিছিল।

নিবেদিতা অন্তৰেৰে সৈতে জাতীয়তাবাদী আছিল। তেওঁৰ অমূল্য ৰচনা আৰু বক্তৃতা ৰাজিয়ে হেজাৰ হেজাৰ যুৱক যুৱতীৰ অন্তৰত উচ্চতৰ, সত্যতৰ আৰু মহত্তৰ জীৱন যাপন কৰিবৰ কাৰণে প্ৰবল উত্তেজনা জগাই তুলিছিল। ভাৰতৰ সেই কালৰ ৰাজনীতিজ্ঞ, কবি, সাহিত্যিক, বৈজ্ঞানিক, বৃৰঞ্জীবিদ আদি প্ৰতিভাশালী লোক সকল নিবেদিতাৰ লিখনি আৰু বক্তৃতাৰ দ্বাৰা অনুপ্ৰাণিত আৰু প্ৰভাবান্বিত হৈ ভাৰত আত্মাৰ নতুন আহ্বানত জাগি উঠিছিল। বিশ্বকবি ৰবীন্দ্ৰনাথ ঠাকুৰ, শিল্পী অবনীন্দ্ৰ নাথ ঠাকুৰ, ডঃ কুমাৰ স্বামী, নন্দলাল বসু, ঋষি অৰবিন্দ ঘোষ, ৰাজনৈতিক পুৰুষ বিপিন চন্দ্ৰ পাল, ৰাজনীতিজ্ঞ জি, কে, গোখলে, অৰ্থনীতিবিদ ৰমেশ চন্দ্ৰ দত্ত, বুৰঞ্জী-বিদ যদু নাথ চৰকাৰ, দেশবন্ধু চিত্তৰঞ্জন দাস, আদি ভাৰত ৰত্ন সকল নিবেদিতাৰ আহ্বানত সহাঁৰি দি তেওঁৰ কাষ চাপিছিল।

অৰবিন্দই ইংলণ্ডত উচ্চ শিক্ষা সাং কৰি আহি বৰোদাত শিক্ষা ব্ৰত গ্ৰহণ কৰে। এই প্ৰতিভাবান আৰু শক্তিমান যুৱক জনেই পিছৰ জীৱনত ঋষি অৰবিন্দ হৈছিলগৈ। ৰাজনীতিত আধ্যাত্মিক আদৰ্শৰ প্ৰয়োগ কৰি ভাৰতীয় মহাজাতিক জাগৃত কৰি তুলিবলৈ প্ৰয়াস কৰিছিল ঋষি অৰবিন্দই। তেওঁ বিশ্বাস কৰিছিল, ভাৰতৰ আধ্যাত্ম জাগৰণৰ বুকুতে জগতৰ কল্যাণৰ উহ লুকাই আছে। কিন্তু এই জাগৰণ ৰাজনৈতিক মুক্তিৰ বাহিৰে কেতিয়াও সম্ভৱ হ'ব নোৱাৰে। শিক্ষাব্ৰত ত্যাগ কৰি আহি তেওঁ ৰাজনীতিত আগভাগ ল'লেহি।

জুইৰ ফিৰিঙতিৰ দৰে বিপ্লৱী অৰবিন্দ। তেওঁ নিবেদিতাৰ কণ্ঠত বিপ্লৱৰ সুৰ শুনিবলৈ পালে। দুয়োৰে মাজত গভীৰ বন্ধুত্ব গঢ়ি উঠিল। নিবেদিতাই অৰবিন্দৰ বিপ্লৱী দলৰ যুৱক সকলক বহুত কিতাপৰ যোগান ধৰিলে। আয়াৰলেণ্ডৰ বিদ্ৰোহৰ বুৰঞ্জী, আমেৰিকাৰ স্বাধীনতা যুদ্ধৰ ইতিহাস, ইটালিৰ জাতীয়তাবাদী নেতা আৰু যোদ্ধা মেট্‌ছিনি আৰু গেৰিবল্ডিৰ জীৱনী আদি বুৰঞ্জী, ৰাজনীতি, অৰ্থনীতিৰ বহুত কিতাপ।

দেশজুৰি মুক্তি সংগ্ৰামৰ জোৱাৰ উঠাৰ লগে লগে অৰবিন্দই ৰাজনীতিৰ পথ আঁতৰি আহি পণ্ডিচেৰীত আধ্যাত্ম সাধনাত জীৱনৰ সৰ্ব্বস্ব আহুতি দিলে। নিবেদিতাৰ পৰামৰ্শ অনুসাৰেই তেওঁ পণ্ডিচেৰীলৈ গুচি গৈছিল। ইয়াৰ পিছত তেওঁ হ'ল "দিব্য জীৱন" ( Life Divine ) মহাগ্ৰন্থৰ স্ৰষ্টা সত্যদ্ৰষ্টা ঋষি অৰবিন্দ। তেওঁ দৃঢ় ভাৱে ঘোষণা কৰিলে মানুহৰ চেষ্টা, মানুহৰ পুৰুষাৰ্থ, ত্যাগ, সহিষ্ণুতা, আৰু অবিৰাম কৰ্ম্ম সাধনাৰ মাজেদি নতুন মানস উপাদান লৈ পৃথিৱীৰ বুকুত নতুন মানৱ জাতিৰ আবিৰ্ভাৱ হ'ব। মানুহৰ সাধনাত ধৰণীৰ বুকুত অতিমানসৰ মহাপ্ৰকাশ হ'ব। তবিৎ বেগেৰে শ্ৰেষ্ঠতৰ আৰু মহত্তৰ বিবৰ্ত্তন নামি আহিব।

ভনী নিবেদিতা আছিল অতি সহজ সৰল আৰু অমায়িক প্ৰকৃতিৰ। তেওঁ শুভ্ৰ ফ্লানেল কাপোৰৰ এটা গাউন পিন্ধিছিল। কণ্ঠত আছিল এধাৰি ৰুদ্ৰাক্ষৰ মালা।

অপৰূপ সেই ৰূপৰ কি পবিত্ৰ আভা! শিল্পী অবনীন্দ্ৰ নাথে তেওঁক "মহাশ্বেতা" বুলি বৰ্ণনা কৰিছিল আৰু লিখিছিল—

"যি সকল বিদেশীয়ে ভাৰতবৰ্ষক সচাঁকৈয়ে ভাল পাইছিল, তেওঁলোকৰ ভিতৰত নিবেদিতাই সকলোতকৈ শ্ৰেষ্ঠ।"

অবনীন্দ্ৰ নাথৰ কথাখিনি আখৰে আখৰে সত্য। ভাৰত ভূমিৰ প্ৰতি নিবেদিতাৰ জ্বলন্ত প্ৰেমৰ নিদৰ্শন তেওঁ প্ৰকাশ কৰা তলৰ কথা খিনিৰ পৰা অনুমান কৰিব পাৰি—

"পৃথিবীৰ বৃহত্তম পৰ্ব্বত হিমালয়ৰে শুৱনি ভাৰতবৰ্ষক মই ভাল পাওঁ। মই ভাল পাওঁ শ্ৰেষ্ঠতম আৰু উৎকৃষ্টতম ধৰ্ম্ম বাজিৰ জন্মভূমি ভাৰতবৰ্ষক। যিখন দেশৰ ঘৰবোৰৰ ভিতৰৰ মানুহবোৰ সহজ সৰল, য'ত ঘৰুৱাহী সুখ শান্তিৰে ভৰপুৰ, আৰু য'ত তিৰুতা সকলে নিস্বাৰ্থ ভাৱে, অকপট চিত্তে, ঈৰ্ষাশূন্য হৈ পুৱাৰে পৰা ৰাতি নিয়ৰৰ টোপাল সৰালৈকে তেওঁলোকৰ মৰমৰ মানুহবোৰৰ সেৱা কৰে, সেইখন দেশ ভাৰতবৰ্ষক মই ভাল পাওঁ।

শ্ৰেষ্ঠা নাৰী সকলৰ জন্মভূমি ভাৰতবৰ্ষ। যি ফালেই আমি চকু ঘূৰাওঁ, বুৰঞ্জীৰ বুকুতেই হওক বা সাহিত্যৰ পাততেই হওক, আমি সেই মাতৃ মূৰ্ত্তি সকলক লগ পাওঁ, যি সকলৰ মহৎ শক্তিক ভাৰত মাতৃয়ে জন্ম দি, বুকুত সাবটি ধৰি, অনন্ত কাললৈ তেওঁ-লোকৰ স্মৃতিক পবিত্ৰ কৰি ৰাখিছে।

মই বিশ্বাস কৰোঁ, ভাৰতবৰ্ষ অবিচ্ছেদ্য, আৰু অবিভাজ্য। প্ৰেম আৰু ভালপোৱাৰ আদান প্ৰদানৰ মাজেৰে; উমৈহতীয়া স্বাৰ্থ ৰক্ষা কৰি, এখন বাস্তৱিক ৰবৰ মজিয়াত জাতীয় একতাৰ ভেটি নিৰ্ম্মাণ হয়।

মই বিশ্বাস কৰোঁ যি শক্তিয়ে বেদ আৰু উপনিষদৰ যোগেদি কথা কৈছিল, যি শক্তি ধৰ্ম্ম আৰু সাম্ৰাজ্য নিৰ্মাণত জীৱন্ত হৈ উঠিছিল, মনিষী সকলৰ মনীষাত আৰু ঋষি সকলৰ ধ্যানত জ্যোতি-ষ্মান হৈছিল, সেই শক্তি আমাৰ মাজত আকৌ আবিৰ্ভূ'তা হৈছে আৰু সেই শক্তিৰ বৰ্ত্তমান নামেই হ'ল জাতীয়তা। মই বিশ্বাস কৰোঁ, ভাৰতবৰ্ষৰ বৰ্ত্তমানৰ শিপা অতীতৰ বুকুত দলৈকে সোমাই আছে আৰু চকুৰ আগত উজ্জ্বল ভবিষ্যত জিলিকি উঠিছে।

হে জাতীয়তা· আনন্দ বা শোকৰ ৰূপত, মান বা লজ্জাৰ ৰূপত তুমি আহাঁ। তুমি মোক তোমাৰ নিজৰ কৰি লোঁৱা।"

জাতীয় জাগৰণৰ সহস্ৰমুখী প্ৰদীপ গছি হাতত তুলি লৈ ভগ্নী নিবেদিতা ভাৰতৰ ইমূৰৰ পৰা সিমূৰলৈ ভ্ৰমণ কৰিলে। বিদেশীনী এগৰাকী নাৰীৰ জননী ভাৰতবৰ্ষৰ প্ৰতি কি দুৰ্ব্বাৰ প্ৰেম, কি অকৃত্ৰিম ভাল পোৱা। ভাৰত সন্তান সকল বিস্ময়ত অভিভূত হ'ল। নিবেদি-তাৰ প্ৰতি শ্ৰদ্ধা ভক্তিৰে অন্তৰ উপচি পৰিল। উৎসাহ আৰু উদ্দীপনাৰে স্বাধীনতা আন্দোলনৰ যুদ্ধা সকলৰ বুকু ফুলি উঠিল।

বক্তৃতা দিওঁতে একান্ত গুৰু ভক্তি পৰায়ণা শিষ্যা গৰাকীয়ে তেওঁৰ গুৰুৰ শঙ্খ ধ্বনিৰ দৰে আহ্বান বাণী কাঢ়ি বাৰে বাৰে আওৰাইছিল—

"উঠা, জাগ্ৰত হোঁৱা, সংগ্ৰাম কৰি যোৱাঁ, লক্ষ্যত উপনীত নোহোৱালৈকে জিৰণি নল'বা।"

গোটেই বিশ্বৰ মুক্তি নিৰ্ভৰ কৰিছে, ভাৰতীয় দৰ্শন আৰু সংস্কৃতিৰ ওপৰত। সেই দৰ্শন আৰু সংস্কৃতিৰ প্ৰতি শ্ৰদ্ধাবান হ'বলৈ নিবেদিতাই ভাৰতবাসীক অনুপ্ৰেৰণা দিলে।

স্কুলৰ ছাত্ৰী সকলৰ হতুৱাই নিবেদিতাই এখনি ৰঙা বৰণৰ পতাকা তৈয়াৰ কৰাইছিল। পতাকাখনৰ মাজতে সোণালী সূতাৰে

বজ্র চিহ্ন আঁকি দিছিল। ওপৰে তলে লিখা আছিল— "বন্দে মাতৰম্"। দধীচীয়ে আত্মদান কৰি নিজৰ হাড়েৰে বজ্র নির্ম্মাণ কৰি দিলে অসুৰক নিধন কৰিবলৈ। এই পতাকাখনিৰ দ্বাৰা নিবেদিতাই ইয়াকে বুজাব খুজিছিল যে ভাৰতবাসীয়েও আত্মদানৰেই বজ্রৰ দৰে শক্তি লাভ কৰিব। ১৯০৬ খ্রীষ্টাব্দত কলিকতাত বহা কংগ্রেছৰ প্রদর্শনীত এই পতাকাখন দেখুৱাইছিল। তেওঁ কৈছিল—

"আমি আশাও নকৰোঁ, আমি হতাশো নহওঁ, আমি দৃঢ় সংকল্প— আমাৰ নিজৰ শৰীৰেৰে সেতু নির্ম্মাণ কৰিম, আমাৰ পাছত যি সৈন্য বাহিনী আহিব তেওঁলোকে এই সেতুৰ ওপৰেদি পাৰ হৈ আগুৱাই যাব।"

কেৱল শিক্ষা দান কৰা, বক্তৃতা দিয়া আৰু সেৱা কাৰ্য্যতে নিবেদিতাই তেওঁৰ প্রাচুর্য্যময় প্রাণ শক্তিক সীমাবদ্ধ কৰি ৰখা নাছিল। তেওঁৰ লিখনীও আছিল অক্লান্ত। ভাৰতৰ জাতীয় আদর্শৰ প্রচাৰৰ হকে ১৯০৩ চনৰে পৰা ধৰি তেওঁ ইণ্ডিয়ান ৰিভিউ, মডার্ন ৰিভিউ, বিহাৰ হেৰাল্ড, হিন্দ্ জার্নেল, অমৃত বজাৰ পত্রিকা, ইংলিছ মেন, ইষ্ট এণ্ড ওৱেষ্ট, হিন্দু ৰিভিউ, ডন, নিউ ইন্দিয়া, প্রবুদ্ধ ভাৰত, মাইচুৰ ৰিভিউ, ষ্টেট্চ্ মেন আদি কাকতত ভালেমান চিন্তাশীল প্রবন্ধ লিখিছিল। ১৯০৫ চনত হিন্দু ধর্ম্মৰ মহিমা কীর্ত্তন কৰি তিনিটি তত্বগধুৰ প্রবন্ধ লিখিলে। তাত ভাৰতবাসীক আহ্বান জনালে এই বুলি—

"হে ভাৰত সন্তান সকল, তোমালোকে প্রাচীনৰ গোটেইখিনি সম্পদকে পূজা কৰিবলৈ শিকা। গভীৰ আগ্রহৰে জ্ঞান আহৰণ কৰা। অতীতৰ অটল গর্ভত লুকাই থকা অতুলনীয় ঐশ্বর্য্য আবিষ্কাৰ কৰিবলৈ সহায় কৰিব পৰা চিন্তা আৰু ভাষা তোমালোকৰ হাতৰ তলুৱাত, বিদেশীৰ হাতত নাই। তোমালোকৰ অনুসন্ধিৎসা আৰু সত্য উদ্ধাৰৰ ওপৰতে ভাৰতৰ ভৱিষ্যত নির্ভৰ কৰিছে। আজি

প্ৰত্যেকটি ভাৰতীয় ভাষাতে বৃহৎ সাহিত্য ৰচনা কৰিব লাগিব। এই সাহিত্যৰ মাজেৰেই প্ৰাচীনক উজ্জ্বল কৰি তুলিব লাগিব, বৰ্ত্তমানক ৰূপ দিব লাগিব, আৰু অতীত বৰ্ত্তমান উভয়ৰে সমন্বয়ত ফুটি উঠিব ভবিষ্যত ভাৰতৰ মোহনীয় ছবি।

কেৱল জগতৰ আগত ভাৰতক চিনাকী কৰি দিয়াই নহয়। যাতে ভাৰতৰ মৰ্ম্ম বাণী ভাৰতবাসীৰ হৃদয়ঙ্গম হয়, এয়ে হ'ব প্ৰকৃত সাধনা, এয়ে বৰ্ত্তমানৰ কৰ্ত্তব্য।"

বৰলাট লৰ্ড কাৰ্জ্জন আছিল দাম্ভিক শিৰোমণি। কলিকতা বিশ্ববিদ্যালয়ৰ সমাৱৰ্ত্তন উৎসৱত ভাৰতবৰ্ষৰ শিক্ষিত সমাজৰ সন্মুখত ভাষণ দিওঁতে তেওঁ কৈ পেলালে—

প্ৰাচ্য দেশৰ (যেনে ভাৰতবৰ্ষৰ) মানুহে বহুত লগাই কথা কয়।

ইয়াৰ মানে হ'ল, ভাৰতীয় লোক মিছলীয়া।

সভাত থিয় হৈ কোনেও ত ৰাম গঙ্গা একেবাৰে মাত নামাতিলে। কোনেও প্ৰতিবাদ কৰিবলৈ সাহস কৰিব নোৱাৰিলে।

"উস্ কোনো এজনে প্ৰতিবাদ নকৰিলে। চিঃ চিঃ কি আচৰিত!" এই বুলি খং আৰু লাজত ৰঙা চিঙা পৰি নিবেদিতা কণভোকেচন হলৰ পৰা ওলাই আহিছিল।

সমাৱৰ্ত্তন উৎসৱৰ পিছ দিনা বাতৰি কাকতত প্ৰকাশ পালে এটি চমক্ লগোৱা খবৰ—

আচলতে লৰ্ড কাৰ্জ্জন হে মিছলীয়া। তেওঁ যেতিয়া কোৰিয়ালৈ ৰাজদূত হৈ গৈছিল, তেতিয়া তেওঁৰ নিজৰ আচল বয়স ঢাকি থৈ মিছা বয়স এটা ফাংফুং কৰি দিছিল।

ইমান গুপুত সংবাদটি কোনে আনিলে? কাকতলৈ কোনে পঠালে? লোকৰ মুখত কোনে চুণ দিলে?

আৰু কোন হ'ব ? তেওঁ তেজস্বীনী নিবেদিতা।

বিদ্যুতৰ দৰে মহাশক্তিমতী নিবেদিতাই ভাৰতবৰ্ষৰ যুৱক যুৱতীৰ কাণত অভয় মন্ত্ৰ দিলে—

"মৃত্যু সাগৰৰ বুকুত জাপঁ দি ভাৰতৰ মুক্তিৰ অমৃত উদ্ধাৰ কৰি আনিব পাৰিব, এনে অগ্নিৰ সন্তান সকল ক'ত সেই ডেকা দল ক'ত ?"

# হে জন্মভূমি আয়াৰলেণ্ড! আজি তুমি ভাৰতবৰ্ষৰ ৰূপত মোৰ স্বৰ্গাদপি গৰিয়সী জননী"

১৯০৫ খ্ৰীষ্টাব্দত বাৰাণসিত কংগ্ৰেছ মহাসভা বহিছিল। গোখলে সেই সভাৰ সভাপতি আছিল। নিবেদিতাইও কংগ্ৰেছ অধিবেশনত যোগ দিবলৈ গৈ এটি কুটীৰত আছিলগৈ। চৰমপন্থী, মধ্যমপন্থী, নৰমপন্থী, সকলো দেশ নেতা নিবেদিতাৰ বহাত গোট খাইছিলগৈ। নিবেদিতাই কাৰো পক্ষ অবলম্বন নকৰিছিল। তেওঁ ভাবিছিল, যি ভাবেই হওক, কেৱল দেশৰ কাম হ'ব লাগে। নৰমপন্থী গোখলেৰ ধীৰ স্থিৰ সিদ্ধান্তবোৰ তেওঁ সিমান ভাল নেপাইছিল। কিন্তু গোখলেৰ প্ৰতিভাৰ প্ৰতি তেওঁৰ গভীৰ শ্ৰদ্ধা আছিল। গোখলেইও নিবেদিতাৰ চৰিত্ৰ তেজ দেখি অভিভূত হৈছিল আৰু তেওঁক প্ৰকৃতিৰ এক মহাশক্তি বুলি ভাবি শ্ৰদ্ধা ভক্তি কৰিছিল। নিবেদিতাই সেই মহাসভাত তেওঁৰ প্ৰাণস্পৰ্শী ভাষণত এটি বক্তৃতা দি সকলোৰে অন্তৰত অপূৰ্ব্ব শক্তিৰ সঞ্চাৰ কৰিলে।

হাড়ভঙা মানসিক আৰু শাৰীৰিক পৰিশ্ৰমৰ ফলত নিবেদিতাৰ স্বাস্থ্য দিনে দিনে ভাগি আহিবলৈ ধৰিলে। তেওঁ বৰ টান নৰীয়াত পৰিল। ১৯০৬ চনত প্ৰলয়ঙ্কৰী বানে পূৰ্ববঙ্গ বিধ্বস্ত কৰিলে।

নিবেদিতাই মন ভাগবিব নোৱাৰি আকালগ্ৰস্ত লোক সকলক সহায় কৰিবলৈ সেই অঞ্চললৈ গ'ল। তাৰ পৰা ঘূৰি আহি "আকাল আৰু বান" নামেৰে এটি প্ৰবন্ধ লিখিলে। কঠোৰ পৰিশ্ৰমৰ ফলত তেওঁ আকৌ মেলেৰিয়া জ্বৰত পৰিল।

শ্ৰীজগদীশ চন্দ্ৰ বসু, শ্ৰীঅবলা বসু, আৰু বেলুৰ মঠৰ সন্ন্যাসী সকলৰ চেষ্টাত তেওঁ আৰোগ্য হ'ল। কিন্তু তেওঁৰ স্বাস্থ্য এইবাৰ একেবাৰে ভাগি গ'ল। তেওঁ ভাবিবলৈ ধৰিলে, তেওঁ আৰু বেছি দিন জীয়াই নাথাকিব। বাকী কেইটা দিন বিদ্যালয়ৰ কাম কৰিয়েই কটাই দিব বুলি থিৰাং কৰিলে। বন্ধু-বান্ধৱী সকলে তেওঁক এবাৰ বিদেশৰ পৰা ফুৰি আহিবলৈ পৰামৰ্শ দিলে। বিদেশৰ বান্ধৱী সকলৰ পৰা নিমন্ত্ৰণী পত্ৰ পালে। তেওঁ ভাবিলে, এই চেগতে বিদেশত গৈ অলপ টকা পয়ছা যোগাৰ কৰিব পৰা যাব। স্কুলখনি চলাবৰ কাৰণে অন্ততঃ অলপ টকা গোটাই থৈ নগ'লে বেছেৰী ক্ৰিষ্টিন মহা বিপদত পৰিব।

১৯০৭ চন। বৃটিছ চৰকাৰে কংগ্ৰেছ কৰ্ম্মী সকলৰ ওপৰত অবৰ্ণনীয় অত্যাচাৰ আৰম্ভ কৰিছে। পাঞ্জাবৰ বিখ্যাত বিপ্লৱী নেতা লালা লাজপত ৰায় আৰু চৰ্দ্দাৰ অজিত সিংক বিনা বিচাৰে নিৰ্ব্বাসন দণ্ড দিলে। স্বামী বিবেকানন্দৰ সৰু ভায়েক বিপ্লৱী ভূপেন্দ্ৰ নাথ দত্তৰ এবছৰ সশ্ৰম কাৰাদণ্ড হ'ল। ভূপেন্দ্ৰ নাথৰ কাৰণে স্বামীজীৰ মাতৃ ভুৱনেশ্বৰী দেৱী বৰ কাতৰ হৈ পৰাত নিবেদিতাই প্ৰায়েই তেওঁৰ সান্ত্বনা দিবলৈ ধৰিলে। নিবেদিতাই ভূপেন্দ্ৰ নাথক বৰ মৰম কৰিছিল। তেওঁৰ সশ্ৰম কাৰাদণ্ড ঘোষণাত অন্তৰত বৰ আঘাট পালে। পৰাধীন দেশখনৰ দুৰ্দ্দশা চকুৰ আগতে দেখি নিবেদিতাৰ পৰশ কাতৰ মনটো ভাগি যাবলৈ ধৰিলে।

নিবেদিতাক বন্ধু-বান্ধৱী সকলেও বাৰে বাৰে সকীয়াই আছিল, বিদেশৰ পৰা এবাৰ ফুৰি আহিবলৈ। শেষত একেবাৰে থিৰাং কৰি

পশ্চিমলৈ বুলি তেওঁ জাহাজত উঠিল। যাত্ৰাপথত "যেনে ভাবে মই স্বামীজীক পাইছিলোঁ" (The master as I saw him) নামৰ পুথিখনি আৰু কেইবাটাও প্ৰবন্ধ লিখিলে।

চেপ্তেম্বৰ মাহৰ প্ৰথম সপ্তাহত ইংলণ্ড পালেগৈ। সুদীৰ্ঘ পাঁচ বছৰৰ মূৰত মাক, ভনীয়েক অ'ক ভাইটি বিচমণ্ডক পাই তেওঁৰ মনত বৰ ভাল লাগিল। নিবেদিতাই ভাৰতৰ পৰা নিয়া নানা তৰহৰ বস্তুবোৰ পাই তেওঁলোকে বৰ বং পালে আৰু ভাৰতৰ প্ৰতি শ্ৰদ্ধা আৰু স্নেহেৰে তেওঁলোকৰ অন্তৰ উপচি পৰিল।

ইংলণ্ডত অলপ দিন থাকি নিবেদিতা ইয়োৰোপৰ আন কেইখনমান দেশলৈ গ'ল। সেই সময়তে আচাৰ্য্য জগদীশ চন্দ্ৰ বসু, তেওঁৰ পত্নী অবলা বসুৰে সৈতে ইয়োৰোপলৈ গৈছিল। মিছেছ লেগেট, মিছ মেক্লাউড্ আৰু মিছেছ বুলকো তাতে লগ পালে।

বসু দম্পতীক লগত লৈ নিবেদিতা ইংগুলৈ ঘূৰি আহি মাকৰ লগত কিছুদিন থাকিলহি। এই সময়তে তেওঁ "হিন্দু ধৰ্ম্মৰ নিচুকনি সাধু" ( Gadle tales of Hinduism ) নামৰ কিতাপখনি ছপা হৈ ওলাল। ইংলণ্ডৰ সমাজত কিতাপ খনিয়ে যথেষ্ট সমাদৰ পালে।

১৯০৮ চনৰ আৰম্ভনীৰে পৰা নিবেদিতাই ইংলণ্ডত আকৌ বক্তৃতা আৰম্ভ কৰিলে। বেদ, পুৰাণ, ৰামায়ণ, মহাভাৰত, ভাৰত-বৰ্ষৰ ঐতিহ্য আদি তেওঁৰ বক্তৃতাৰ বিষয় বস্তু আছিল। এই সময়তে ভাৰতৰ পৰা গোখলে, ৰমেশ দত্ত, আনন্দ কুমাৰ স্বামী আদি মনীষী সকল ইংলণ্ড ওলালগৈ। আচাৰ্য্য বসু, বৈজ্ঞানিক গেড্ডিচ, অক্সফৰ্ড বিশ্ব বিদ্যালয়ৰ যশস্বী অধ্যাপক মিঃ টি, কে, চেইন আৰু ইংলণ্ডৰ খ্যাতনামা সাংবাদিক সকল নিবেদিতাৰ ওচৰ পালেগৈ।

ইংলণ্ডৰ বাতৰি কাকত সমূহলৈ ভাৰতৰ সভ্যতা সংস্কৃতি সম্বন্ধীয় অসংখ্য প্ৰবন্ধ লিখিলে। নিবেদিতাৰ প্ৰবন্ধবোৰ পঢ়ি ইংৰাজ সকলৰ অন্তৰ কুমলিল আৰু ভাৰতক শ্ৰদ্ধা আৰু সহানুভূতিশীল দৃষ্টিৰে

চাৰ্লছ 'ডিল্কিলে'। পাৰ্লিয়ামেণ্টৰ সদস্য কেইজনমানৰ লগতো তেওঁ পৰাধীন ভাৰতৰ সমস্যা সমূহ আৰু তাৰ সমাধানৰ বিষয়ে আলোচনা কৰিলে।

ভাৰতৰ প্ৰতি সহানুভূতিশীল গণ্য-মান্য ইংৰাজ কেইজনমানৰ লগত লৈ ভাৰতৰ স্বাধীনতা আন্দোলনৰ সমৰ্থন বিচাৰি প্ৰচাৰ কাৰ্য্য চলালে। ইতিমধ্যে ভাৰতবৰ্ষত সন্ত্ৰাসবাদী সকলে ব্যাপক ৰূপে বিদ্ৰোহৰ জুই জ্বলাই তুলিলে। বোমা বন্দুক পিস্তলৰ আঘাতত বহুতৰে প্ৰাণ নাশ হ'ল। মজঃফৰপুৰৰ বোমা বিস্ফোৰণত দুগৰাকী নিৰপৰাধী ইংৰাজ মহিলাৰ মৃত্যু ঘটিল। বিপিনপাল, অৰবিন্দ ঘোষৰ দৰে বিপ্লৱী নেতা সকলক ইংৰাজ চৰকাৰে কাৰাৰুদ্ধ কৰিলে।

ৰুছদেশৰ বিখ্যাত সন্ত্ৰাসবাদী নেতা প্ৰিন্স পিটাৰ ক্ৰপট্‌কিন এই সময়তে ইংলণ্ডলৈ আহক। নিবেদিতাই তেওঁৰ লগত দেখা কৰি ৰাছিয়াৰ বিপ্লৱৰ বিষয়ে ভালেখিনি কথা আলোচনা কৰিলে আৰু "এজন ৰুছিয়ানৰ লগত ৰুছ দেশৰ বিষয়ে এবেৰাৰ কথা বতৰা" ( A chat with a Russian about Rassia ) শিৰোনামাৰে এটি প্ৰবন্ধ যুগুত কৰিলে।

নিবেদিতা আছিল চিন্তা জগতৰ বিপ্লৱী। তেওঁ ভাবিছিল—বিপ্লৱ আনিব লাগিব জাতিৰ সংস্কৃতি ক্ষেত্ৰলৈ। তেতিয়াহে জনগনৰ বুকুত জাতীয়তাবোধৰ স্ফুৰণ হ'ব আৰু লগে লগে ভাৰতৰ আকাশত উজ্জলি উঠিব মুক্তিৰ মাৰ্তণ্ড। জনসাধাৰণ আৰু পুলিচৰ মাজত হোৱা সংঘৰ্ষ, আৰু বিপ্লৱীৰ হাতত হোৱা দুই এজন সাম্ৰাজ্যবাদী শাসকৰ মৃত্যুৰ দ্বাৰা স্বাধীনতা আনিব নোৱাৰে। তেওঁ ভাৰতবৰ্ষলৈ ঘূৰি আহিবলৈ উদ্বিগ্ন হৈ উঠিল। কিন্তু কিছুমান অসুবিধাৰ কাৰণে আহিব নোৱাৰিলে।

আচাৰ্য্য জগদীশ চন্দ্ৰ আৰু তেওঁৰ পত্নীৰ লগতে আমেৰিকালৈ যাবলৈ সাজু হ'ল। ইয়াৰ আগতে তেওঁলোক দুয়োকে লৈ জন্মভূমি আয়াৰলেণ্ডৰ পৰা ঘূৰি আহিলগৈ।

সেই শৈশৱৰ মধুময় স্মৃতিৰে ভৰা জন্মভূমি আয়াৰালেণ্ড! তেওঁৰ মৰমৰ বুঢ়ী আইতা! চেনেহৰ ককাদেউতা! ককাদেউতাৰ দেশপ্ৰেম! জন্মভূমি আয়াৰলেণ্ডৰ স্বাধীনতা সংগ্ৰামৰ লগত তেওঁৰ কিমানবোৰ স্মৃতি জড়িত হৈ আছে! আজি তেওঁ ভাৰতবৰ্ষৰ মুক্তি যুদ্ধৰ যুদ্ধা!

হে জন্মভূমি! তুমি আজি ভাৰতবৰ্ষৰ লগত, মোৰ স্বৰ্গাদপি গৰিয়সী জননী! তুমি কিমান উদাৰ! প্ৰেম অমৃতেৰে ভৰা তোমাৰ সুগভীৰ বক্ষ! তোমাক মই ভাল পাও! ভাল পাও মোৰ ভাৰতবৰ্ষক! তোমাৰ মাতৃবক্ষৰ মৰম মোৰ বুকু ভৰাই দিয়াঁ! তোমাৰ ৰাতুল চৰণ দুখনিত মোৰ শত কোটি প্ৰণাম!

অক্টোবৰ মাহৰ শেষ ভাগত আমেৰিকা পাই স্বামীজীৰ পদৰেণুৰে পবিত্ৰ ঠাই বোৰত তেওঁলোক ঘূৰিলে। অতীতৰ মধুৰ স্মৃতিবোৰ এটি এটিকৈ নিবেদিতাৰ মনত উদয় হ'ল। বহুত বন্ধু লগ পালে। নৱেম্বৰ আৰু ডিচেম্বৰ মাহত আমেৰিকাৰ ভালেমান চহৰত বক্তৃতা দি নিবেদিতাই তেওঁৰ স্কুলখনিৰ কাৰণে ধন সংগ্ৰহ কৰিলে। "প্ৰাচ্য নাৰীৰ শিক্ষা, প্ৰাচ্য আৰু পাশ্চাত্য নাৰীৰ আদৰ্শ, ভবিষ্যত জগতত ভাৰতীয় চিন্তাৰ স্থান, বেদান্ত, আদি তেওঁৰ বক্তৃতাৰ বিষয় বস্তু আছিল।

নিবেদিতা ভাৰতলৈ উভতিবলৈ ব্যগ্ৰ হৈ উঠিছিল। কেইখনমান বিশ্ববিদ্যালয়ত জগদীশ বসুৰ বক্তৃতা দিয়া শেষ হ'লেই তেওঁলোকে ভাৰতলৈ যাত্ৰা কৰিব বুলি থিৰাং কৰিলে। কিন্তু ইতিমধ্যে লণ্ডনৰ পৰা এটা দুখ লগা বাতৰি আহিল— নিবেদিতাৰ মাকৰ টান নৰীয়া। এই বাতৰি পাই তৎক্ষণাতে আহি ইংলণ্ডৰ ঘৰত শয্যাশায়ী হৈ

থকা মাকৰ কাষ পালেহি। জীৱনত মাকৰ সেৱা শুশ্রূষা কৰিব নোৱাৰাৰ কাৰণে তেওঁৰ অন্তৰত দুখ আছিল। মাকক সযত্নে শুশ্রূষা কৰিবলৈ ধৰিলে। ২৬ জানুৱাৰীৰ দিনা মেৰী নৱেলৰ মৃত্যু হ'ল। মাতৃৰ মৃত্যুৰ শেষৰ সকলো সংস্কাৰ কৰ্ম কৰি এপ্ৰিল মাহত ভাইটি আৰু ভনীটীক লগত লৈ ডেভনৰ গ্রেট টৰেণ্টন গাঁৱলৈ গ'ল। তাত থকা পিতাক চেমুৱেলৰ সমাধিৰ কাষতে মাকৰ ভস্মাৱশেষৰ সমাধি কৰিলে।

ভাইটি ৰিচমণ্ড আৰু ভনীটীৰ লগত এই কেইমাহ কটালে। কোনে জানে, এয়ে কিজানি সিহঁতৰ লগত তেওঁৰ শেষ দেখা। তেওঁ ও আৰু বেছি দিন বাচি নাথাকিব।

জগদীশ বসুৰ বক্তৃতা দিয়া শেষ হ'ল। মাৰ্চ মাহত তেওঁলোক ইংলণ্ড পালেহি। নিবেদিতাৰ সৈতে মে মাহৰ শেষ ভাগত তেওঁলোক ফৰাচী দেশলৈ গ'ল। বীৰাঙ্গনা জোৱান অব আৰ্কৰ জন্ম স্থান চাবলৈ নিবেদিতাই বহুত দিনৰে পৰা ইচ্ছা কৰি আছিল। এইবাৰ তেওঁৰ সেই আশা পূৰণ হ'ল। স্বদেশৰ স্বাধীনতাৰ কাৰণে কেৱল ঈশ্বৰত বিশ্বাস ৰাখি বিদেশী শত্রুৰ বিপক্ষে জোৱানে তুমুল যুদ্ধ দিছিল। নিবেদিতাৰ চকুত জোৱান অব আৰ্ক আদৰ্শ নাৰী।

বসুদম্পতীৰ লগত নিবেদিতা মাৰ্চেলিচ বন্দৰত ভাৰত অভিমুখে জাহাজত উঠিল। শেষবাৰলৈ ইংলণ্ডৰ মাটিলৈ চাই পঠিয়ালে। বিদায়! ইংলণ্ড বিদায়! তুমি ইমান সুন্দৰ! কৰ্ম জীৱনৰ আৰম্ভনীতে তোমাৰ বুকুলৈ মোক টানি আনিলা। মোৰ দুচকুত আশা আকাংক্ষাৰ ৰামধেনু আঁকি মোক বাতুল কৰি তুলিলা। জীৱনৰ শেহ ছোৱাত মোৰ আইৰ চৰণ সেৱা কৰিবলৈ মোক মাতি আনিলা। হে করুণাময়ী, মোক বিদায় দিয়া! তোমাৰ কোলালৈ এই নশ্বৰ শৰীৰেৰে পুনৰ আহিবলৈ মই আৰু আশা কৰা নাই! বিদায়!

# হিমালয় আৰু আমেৰিকাত

প্ৰায় দুবছৰ কালৰ পিছত নিবেদিতা কলিকতাৰ ঘৰত থাকিবলৈ ল'লেহি। বৃটিছৰ নৃশংস দমন নীতিৰ ফলত তেতিয়া ভাৰতৰ ৰাজনৈতিক আন্দোলন অলপ শাঁত পৰিছিল। বহুত বিপ্লৱী কাৰাৰুদ্ধ আৰু নিৰ্ব্বাসিত হৈছিল। ভাৰতবৰ্ষৰ শ্ৰেষ্ঠ নেতা লোক মান্য তিলক আন্দামানত নিৰ্ব্বাসিত হৈ আছিল। কেইবাজনো বিপ্লৱী ফাঁচি কাঠত উঠিছিল।

নিবেদিতাই ক্ৰিষ্টিনৰ হাতৰ পৰা স্কুলখনিৰ দায়িত্ব নিজৰ হাতত লৈ তেওঁক দাৰ্জ্জিলিঙত জিৰণি ল'বলৈ পঠালে। স্কুলৰ খাটনিৰ ওপৰিও তেওঁৰ "স্বামীজীক মই যেনে ভাৱে পাইছিলোঁ" কিতাপ খনিৰ প্ৰকাশৰ প্ৰুফ চোৱা আদি কামত বহুত বাতিলৈ ব্যস্ত হৈ পৰিল। লগতে "ভাৰত বুৰঞ্জীৰ পদাঙ্ক ৰেখা" ( Foot falls of Indian History ) নামেৰে এখনি নতুন কিতাপ লিখিবলৈ আৰম্ভ কৰিলে। ইয়াৰ ওপৰিও "প্ৰবুদ্ধ ভাৰত" আৰু "মদাৰ্ন ৰিভিউ" ৰ কাৰণে প্ৰবন্ধ যুগুত কৰিবলৈ ধৰিলে।

শ্ৰীঅৰবিন্দ ভাৰতবৰ্ষ পোৱাৰ আগতে অৰবিন্দই কাৰাগাৰৰ পৰা মুক্তি লাভ কৰি ইংৰাজী ভাষাত "ধৰ্ম্ম" আৰু "কৰ্ম্ম যোগিন" নামেৰে দুখনি আলোচনী প্ৰকাশ কৰিছিল। এই আলোচনী দুখনৰ জৰিয়তে তেওঁৰ যে হিংসাত্মক বিপ্লৱত বিশ্বাস নাই, এই কথা বৃটিছক প্ৰমাণ কৰিবলৈ চেষ্টা কৰিছিল। তেওঁ অহিংস আৰু শান্তিপূৰ্ণ আন্দোলনতহে বিশ্বাস কৰে। কিন্তু বৃটিছ চৰকাৰে তেওঁৰ ঘোষণাত পতিয়ন নগৈ তেওঁৰ ওপৰত চোকা নজৰ দিবলৈ ধৰিলে।

বৃটিছ চৰকাৰৰ পুলিচৰ চকুৰ আঁৰত থাকি সাধনা অব্যাহত ৰাখিবলৈ অৰবিন্দ ফৰাচী অধিকৃত পণ্ডীচেৰীলৈ গুচি গ'ল। "কৰ্ম্মযোগিন" আলোচনী খনিৰ সম্পাদনাৰ ভাৰ নিবেদিতাৰ হাতত

পঠালে । "কৰ্মযোগিন"ৰ পৰিচালনা সংক্ৰান্তত নিবেদিতা অৰবিন্দৰ কাষলৈ সঘনে গৈছিল । অৰবিন্দৰ লগত এনে ঘৰণৰ ঘনিষ্ঠতাৰ কাৰণে নিবেদিতাক বৃটিছ চৰকাৰে সন্দেহৰ চকুৰে চাবলৈ ধৰিলে ।" তেওঁৰ নামত অহা চিঠি পত্ৰবোৰ চি, আই, ডি বিভাগৰ কৰ্মচাৰীয়ে খুলি মেলি পৰীক্ষা কৰিলে ।

পুলিচ বিভাগৰ এনে অসৎ আচৰণত তেওঁ ক্ৰুদ্ধ হৈ সেই সময়ৰ বৃটিছ ভাৰতৰ ৰাজধানী কলিকতাত থকা বৰলাট লৰ্ড মিণ্টোৰ পত্নীলৈ সকলো আপত্তি দৰ্শাই এখনি চিঠি লিখিলে । লেডী মিণ্টোৱে নিবেদিতাৰ কথা আগৰে পৰা শুনি আছিল । এগৰাকী সাধাৰণ ইংৰাজ মহিলাৰ বেশত এগৰাকী আমেৰিকান মহিলাক লগত লৈ লেডী মিণ্টো নিবেদিতাৰ ঘৰলৈ আহিল । তেওঁৰ স্কুলখনি পৰিদৰ্শন কৰি এটি সুন্দৰ মন্তব্য লিখিলে । নিবেদিতাই প্ৰথমতে লেডী মিণ্টোক অকণো চিনিব পৰা নাছিল । পিছত তেওঁ নিজেই চিনাকি দিয়াত হে আচৰিত হৈ উঠিছিল ।

লেডী মিণ্টোৱে নিবেদিতাক লগত লৈ দক্ষিণেশ্বৰ কালী মন্দিৰ আৰু বেলুৰ মঠলৈকে গ'ল । দুয়ো অন্তৰঙ্গ বন্ধু হৈ পৰিল । লেডী মিণ্টোৰ অনুৰোধ ক্ৰমে নিবেদিতাই পুলিচ ক'মচনাৰক দেখা কৰিলে । অপৰাধীৰ তালিকাৰ পৰা নিবেদিতাৰ নাম উঠাই দিয়া হ'ল ।

সেই সময়তে বৃটিছ পাৰ্লিয়ামেণ্টৰ শ্ৰমিক দলৰ নেতা ৰামজে মেকডোনাল্ড কলিকতালৈ আহিছিল । নেতাগৰাকী পিছত ইংলণ্ডৰ প্ৰধান মন্ত্ৰীও হৈছিল । নিবেদিতাই তেওঁক দেখা কৰি ৰাজনীতি আৰু ভাৰতৰ স্বাধীনতা সংগ্ৰাম সম্পৰ্কে ভালেমান আলোচনা কৰিলে । মেকডোনাল্ড চাহাবে নিবেদিতাৰ পাণ্ডিত্য আৰু ব্যক্তিত্বৰ প্ৰতি শ্ৰদ্ধাৰে মূৰ দোঁৱালে । কলিকতাত থকা সময়ছোৱাত তেওঁ নিবেদিতাৰ ঘৰলৈ কেইবাবাৰো আহি তেওঁৰ লগত আলোচনা কৰিছিল ।

বহদিনৰ বন্ধুত্ব শিল্পী নন্দলাল বসুৰ লগত নিবেদিতাই অজন্তা গুহা দৰ্শনৰ নিমিত্তে যাত্ৰা কৰিলে। অজন্তাৰ চিত্ৰাৱলীৰ এটা বিৱৰণ লিখিলে। পিছত সেই বিৱৰণৰ পৰাই "অজন্তাৰ প্ৰাচীন মঠ" ( The ancient Abby of Ajanta ) নামেৰে এখনি কিতাপ ৰচনা কৰি প্ৰকাশ কৰিলে।

১৯১০ চনৰ ১২ এপ্ৰিলত ক্ৰিষ্টান স্বদেশলৈ গ'ল। বিদ্যালয়ৰ সম্পূৰ্ণ ভাৰ নিবেদিতাৰ মূৰত পৰিল। তেওঁ অশেষ পৰিশ্ৰমেৰে নিয়াৰিকৈ স্কুলখনি চলাবলৈ ধৰিলে।

ভাৰতত কৰ্মজীৱনৰ প্ৰাৰম্ভনীতে নিবেদিতাই স্বামীজীৰ লগত হিমালয়-পৰিভ্ৰমণ কৰিছিল আৰু "স্বামীজীৰ লগত হিমালয়ত" নামেৰে এখনি ভ্ৰমণ কাহিনী ৰচনা কৰিছিল। জীৱনৰ এই বিয়লি বেলিকা তেওঁ পুনৰ তীৰ্থ যাত্ৰা কৰিবৰ ইচ্ছা কৰিলে। জগদীশ চন্দ্ৰ বসু, অবলা বসু আৰু বসুৰ ভাগিনীয়েক আনন্দ মোহন বসুক লগত লৈ নিবেদিতাই কেদাৰ নাথ তীৰ্থলৈ যাত্ৰা কৰিলে। প্ৰথমতে তেওঁলোক হৰিদ্বাৰ পালেগৈ। তাৰপাছত পালেগৈ হৃষীকেশ। লছমন ঝুলা সেতু পাৰ হৈ গঙ্গাৰ পাৰে পাৰে উত্তৰলৈ কেদাৰবদ্ৰী তীৰ্থ পথ আগবাঢ়িছে। অলেখ যাত্ৰীৰ সমদল। কাৰো মুখত মাত নাই। নীৰৱে কেৱল দুৰ্গম পথ অতিক্ৰম কৰিব লাগিছে। থাকি থাকি তেওঁ-লোকে নিস্তব্ধতা ভঙ্গ কৰি ধ্বনি তুলিছে— "জয় কেদাৰনাথ কি জয়। জয় বদৰী বিশাল কি জয়?" তেওঁলোকৰ হাতে হাতে জপৰ মালা।

মানব আত্মাক অপূৰ্ব্ব আধ্যাত্মিক শক্তিৰে মহিয়ান কৰি তুলিব পৰা চাৰিও পাশৰ প্ৰাকৃতিক দৃশ্যত নিবেদিতাৰ মন বিভোৰ হৈ পৰিল। দুজন এজন যাত্ৰীৰ লগত তেওঁ আলাপ আলোচনাও আৰম্ভ কৰিলে। নিবেদিতাৰ কথা বতৰাত তেওঁলোক মুগ্ধ হ'ল।

তেওঁলোক কেদাৰনাথ মন্দিৰত কাষ পালেগৈ। পৰ্ব্বতৰ গাত থকা ৰাস্তা উঠি গৈ বিগ্ৰহৰ চৰণত আঠু লৈ সেৱা জনালে। এই মহা-তীৰ্থৰ পৰাই এদিন পঞ্চ পাণ্ডৱে মহাপ্ৰস্থান কৰিছিল। যুগে যুগে কত শত ঋষি মুনি আৰু ভক্ত সকলে তেওঁলোকৰ আধ্যাত্মিক তৃষ্ণা নিবৃত্তিৰ কাৰণে এই মহাতীৰ্থলৈ আহিব লাগিছে। স্বামীজীৰ তেওঁৰ সম্বন্ধে মনত পৰিছিল। বৰফৰ ওপৰে ওপৰে খোজ কাঢ়ি কেদাৰ নাথৰ কেউ কাষে থকা অতুলনীয় প্ৰাকৃতিক দৃশ্যাৱলী তেওঁলোকে উপভোগ কৰিলে। সেই সৌন্দৰ্য্যৰ বুকুত থিয় হৈ চাই পঠিয়ালে সোন ৰূপ সেউজ বোলেৰে জেউতি চৰোৱা সমতল ভূমিৰ ঐশ্বৰ্য্য ৰাশিলৈ। প্ৰাচীন গৌৰৱে গৰীয়ান ভাৰতৰ স্মৃতিৰাজিয়ে তেওঁক অভিভূত কৰি তুলিলে।

তেওঁলোক কেদাৰ নাথ এৰি বদৰী নাৰায়ণ তীৰ্থলৈ খোজ আগব-ঢ়ালে। যাত্ৰীৰ দলে বৰফৰ ওপৰে ওপৰে খোজ কাঢ়ি আছে। গৈ থ'কোঁতে হঠাৎ এগৰাকী বুঢ়ী মানুহ উজুটি খাই পৰি যোৱা নিবেদিতাই দেখা পালে। বেগাবেগিকৈ বুঢ়ী গৰাকীৰ ওচৰলৈ আগবাঢ়ি গ'ল। ইতিমধ্যে বুঢ়ী গৰাকী পৰাৰ পৰা উঠিল। নিবেদিতাই সহানুভূতিৰে ক'লে— "আই, বৰফৰ ওপৰত খোজ কাঢ়ি, আপুনি বৰ দুখ পাইছে।" বুঢ়ী গৰাকীয়ে হাঁহিলে আৰু ক'লে— "প্ৰভুৱে তেওঁক দৰ্শন কৰিবলৈ আমাক আনিছে। তেওঁ কৃপাৰ ঠাকুৰ। কৃপা কৰি আমাক দৰ্শন দিছে। বাকীবোৰ কথাৰ কিবা মূল্য আছে জানো?"

বদৰী নাৰায়ণত শ্ৰীমতী অবলা বসুৰ অসুখ হোৱাত তেওঁলোক তাৰ পৰাই উভতিব লগীয়া হ'ল। কলিকতা পাই নিবেদিতাই লিখিবলৈ আৰম্ভ কৰিলে তেওঁলোকৰ তীৰ্থ ভ্ৰমণ কাহিনী।— "উত্তৰৰ তীৰ্থ যাত্ৰীৰ ডায়েৰী"। ইতিমধ্যে ধাতৰি পালে, মিছেছ চাৰা বুলৰ টান অসুখ। চাৰাবুল আছিল নিবেদিতাৰ মাকৰ দৰে। তেওঁ স্বামীজী আৰু নিবেদিতাৰ সেৱা কাৰ্য্যত যথেষ্ট পৰিমাণে সাহায্য

দিছিল। নিবেদিতাই আই মাতৃ সাৰদাদেৱীৰ আশীৰ্বাদ পঠালে আৰু বৰ্তমান কোনোমতে আমেৰিকালৈ যাব নোৱাৰিব বুলি দুখ প্ৰকাশ কৰি লিখিলে।

পূজাত স্কুল বন্ধ হ'ল। বসু দম্পতীৰ লগত নিবেদিতা দাৰ্জিলিঙলৈ যাত্ৰা কৰিলে। কিন্তু তাতে আৰৌ থাকিব নোৱাৰিলে— চাৰা বুলৰ বৰ টান। নিবেদিতা এইবাৰ স্থিৰেৰে থাকিব নোৱাৰি আমেৰিকালৈ বুলি জাহাজত উঠিলহি। জাহাজত এইবাৰ গোটেই বাটটো বৰ উদ্বিগ্নতা আৰু দুঃচিন্তাত কটাইছিল। ১৫ নৱেম্বৰ তাৰিখে আমেৰিকাৰ বষ্টন বন্দৰত উঠিলগৈ।

নিবেদিতাক দেখিয়েই চাৰাবুলৰ আনন্দৰ সীমা নোহোৱা হ'ল। তেওঁৰ যেন অসুখ সবুলি ভাল হৈ গৈছে। এই সময় ছোৱাৰ ভিতৰতে নিবেদিতাই স্বামীজীৰ "জ্ঞান যোগ" নামৰ পুথিখনি সংকলন কৰিছিল। ইয়াৰ কেইটিমান অংশ বুলক পঢ়ি শুনালে। শ্ৰীমাতৃ দেৱীৰ জীৱন কথাও শুনালে। প্ৰাণ ঢালি কৰা নিবেদিতাৰ সেৱা শুশ্ৰূষাত চাৰাবুলে লাহে লাহে ভাল পাবলৈ ধৰিলে।

ডিচেম্বৰ মাহত লণ্ডনত "বিশ্বজাতি মহাসন্মিলন" হৈছিল। নিবেদিতাই এই সন্মিলনৰ নিমন্ত্ৰণ ৰক্ষা কৰিব নোৱাৰি "ভাৰতবৰ্ষত নাৰীৰ বৰ্তমান স্থান" শিৰোনামাৰে এটি ভাষণ লিখি পঠালে।

চাৰাবুলৰ অসুখ আকৌ টান হ'ল। ১৮ জানুৱাৰী তাৰিখে তেওঁক অলপ সতেজ আৰু সুস্থ যেন দেখা গৈছিল। সেইদিনা স্বামীজীৰ জীৱন চৰিত বিষয়ে নিবেদিতাই তেওঁৰ লগত ভালেমান সময় আলোচনা কৰিলে। কিন্তু সেইদিনাই আবেলি বেলা চাৰাবুলে শেষ নিশ্বাস ত্যাগ কৰিলে।

নিবেদিতা ইয়াৰ পিছত আমেৰিকাৰ পৰা পেৰিছ মহানগৰীলৈ আহিল। মিছ লেগেট আৰু মিছ মেক্লাউডক লগ পালে। তেওঁলোকৰ লগত কেইদিনমান থাকি ফ্ৰান্সৰ মাৰ্চেলিচ বন্দৰত ভাৰত অভিমুখে জাহাজত উঠিল।

# ভাৰতবৰ্ষত

১৯১১ চনৰ সাত এপ্ৰিলৰ দিনা নিবেদিতাক লৈ জাহাজ বোম্বাই পালেহি। ৯ এপ্ৰিলৰ দিনা কলিকতাৰ ঘৰ পাই পোনে পোনেই মাতৃ সাৰদাদেৱীৰ কাষত চাৰাবুলৰ শোকাবহ মৃত্যুৰ বাতৰি দিলেগৈ। ইয়াৰ পিছত বেলুৰৰ মঠলৈ গৈ স্বামীজীৰ প্ৰতিকৃতিৰ সন্মুখত অলপ সময় ধ্যানত নিমগ্ন হ'ল।

গ্ৰীষ্মৰ বন্ধত জগদীশ বসু আৰু অবলা বসুৰ লগত মায়াৱতী আশ্ৰমলৈ গৈ তাত কিছুদিন কটালে। আশ্ৰমৰ সন্ন্যাসী সকলৰ আগত বসুৱে উদ্ভিদ সম্বন্ধে এটি সাকৰা বক্তৃতা দিলে। নিবেদিতাইও "বুদ্ধি বৃত্তিৰ উৎকৰ্ষ সাধন" সম্পৰ্কে এটি বক্তৃতা দিলে। ইয়াৰ পিছত কলিকতালৈ উভতিল।

ভৱিষ্যত তেওঁৰ অনুপস্থিতিত বিদ্যালয়খনিৰ পৰিচালনা আৰু আৰ্থিক অৱস্থা কি হ'ব— এই কথা ভাবি নিবেদিতা বৰ বিমোৰত পৰিছিল। তেওঁ সঞ্চিত ধন তিনিহেজাৰ পাউণ্ড আৰু কিতাপ বিক্ৰী কৰা আয়ৰ ওপৰতেই স্কুলখনৰ ভৱিষ্যত নিৰ্ভৰ কৰিছে। স্বৰ্গগতা চাৰাবুলে তেওঁৰ সকলো খিনি সম্পত্তি ভাৰতৰ শিল্প, বিজ্ঞান, আৰু নাৰী শিক্ষাৰ উন্নতিৰ কাৰণে খৰছ কৰিবলৈ লিখি দি গৈছে। কিন্তু চাৰাবুলৰ কন্যা ওলিয়া বুল বৰ জেদী আৰু গোঁৱাৰ স্বভাৱৰ ছোৱালী আছিল। তেওঁ এহেজাৰ পাউণ্ড এৰি দিবলৈকো নাৰাজ। নিবেদিতাৰ লগত ওলিয়া বুলৰ এই কাৰণেই মনোমালিন্য হ'ল।*

বষ্টন চহৰৰ এজন বিখ্যাত উকীলৰ পৰা নিবেদিতাই এদিন এটা সুসংবাদ পালে। ওলিয়াৰ লগত হোৱা সকলো মোকৰ্দ্দমাৰ সুমীমাংসা হৈ গ'ল। চাৰাবুলে দিয়া সকলো খিনি ধন ভাৰতৰ কল্যাণৰ কামত খটুৱাব পাৰিব। নিবেদিতাই শান্তি পালে।

লেডী মিন্টোৱে বৃটিছ চৰকাৰৰ পৰা স্কুল চলাবৰ কাৰণে অৰ্থ সাহায্য ল'বলৈ পৰামৰ্শ দিছিল। কিন্তু যিটো চৰকাৰৰ বিৰুদ্ধে তেওঁ সংগ্ৰাম কৰি আহিছে সেই বিদেশী চৰকাৰৰ পৰা অৰ্থ সাহায্য ল'বলৈ তেওঁৰ মনে নক'লে। বৰং তেওঁৰ উইলত বৃটিছ চৰকাৰৰ পৰা বিদ্যালয় চলাবৰ কাৰণে কোনো সাহায্য ন'লবলৈ হে স্পষ্ট ভাৱে লিখি থৈ গৈছে।

ক্ৰিষ্টিনে বিদায় লোৱাত স্কুলৰ সম্পূৰ্ণ দায়িত্ব নিবেদিতাৰ মুৰত পৰিছিল। "প্ৰবুদ্ধ ভাৰত" আৰু "মদাৰ্ণ ৰিভিউ"ৰ সম্পাদকীয় স্তম্ভলৈ লিখাৰ ওপৰিও নিবেদিতাই ভালেমান প্ৰবন্ধ নিবন্ধ লিখাত দিনে ৰাতিয়ে পৰিশ্ৰম কৰিবলৈ ধৰিলে। "শ্ৰীৰামকৃষ্ণৰ কথামৃত" (Sayings of Srée Ramkrishna" নামৰ এখনি কিতাপ লিখিলে। "চাৰা চ্যাপমেন বুলৰ স্মৃতিত" নামেৰে চমুকৈ চাৰাবুলৰ জীৱন বৃত্তান্ত ৰচনা কৰিলে।

জিৰণি নোলোৱাকৈ একেৰাহে মানসিক আৰু শাৰীৰিক শ্ৰম কৰাৰ ফলত তেওঁৰ স্বাস্থ্য দিনে দিনে ভাগি আহিবলৈ ধৰিলে। এটাৰ পিছত এটাকৈ অহা মৃত্যুৰ সংবাদ বোৰেই তেওঁৰ মন বিষন্ন কৰি তুলিলে। স্বামীজীৰ মাতৃ ভূৱনেশ্বৰী দেৱীৰ মৃত্যুৰ সংবাদে তেওঁৰ অন্তৰত বৰ আঘাট দিলে। তেওঁ আমেৰিকাত থাকোঁতেই তেওঁৰ প্ৰিয় সঙ্গী স্বামী সদানন্দৰ মৃত্যু হৈছিল। সেই পবিত্ৰ আনন্দময় পুৰুষ সদানন্দ! নিবেদিতাৰ প্লেগ-সেৱক দলৰ অগ্ৰদূত সদানন্দ! মানুহৰ প্ৰতি তেওঁৰ কি কল্পনাতীত ভালপোৱা। কুষ্ঠৰোগীক দেখি তেওঁৰ ঘিণ লাগিছিল। তেওঁ ভাবিলে, মানুহক ঘিণ কৰা এই পাপৰ কাৰণে তেওঁ পৰাচিত হ'ব লাগিব। কুষ্ঠৰোগীক সাৱটি ধৰি তাৰ শৰীৰৰ ঘাত তেওঁ চুমা খালে। বসন্ত ৰোগীক বুকুত সাৱটি ধৰিলে, কিজানিবা ৰোগীয়ে জ্বালা যান্ত্ৰণাৰ পৰা শান্তি পায়। সেই মহান পুৰুষ সদানন্দ আৰু নাই!

নিবেদিতাইও গভীৰ ভাৱে উপলব্ধি কৰিলে—তেওঁৰ জীৱ জীৱনৰ দুৱাৰত মহাকালৰ অস্ফুট পদধ্বনি শুনিবলৈ পালে। তেওঁ আৰু এই পৃথিৱীত বেছি দিন নাথাকিব। তেওঁ লিখিলে দুটি প্ৰবন্ধ—"মৃত্যু" আৰু "প্ৰিয়তম"। বন্ধুসকলে দাৰ্জ্জিলিঙৰ স্বাস্থ্যাবাসত অলপ দিন থাকিবৰ কাৰণে তেওঁক উপদেশ দিলে।

জগদীশ চন্দ্ৰ আৰু অবলাবসুৰ লগতলৈ নিবেদিতা দাৰ্জ্জিলিঙলৈ ওলাল। বিদায়ৰ সময়ত মাতৃ সাৰদা দেৱীৰ চৰণত আশীৰ্ব্বাদ ল'লে। মাতৃৰ লগত তেওঁৰ এয়ে শেষ দেখা। বন্ধু, প্ৰিয়জন, ওচৰচুবুৰীয়া ভাই ভনীটী সকলোৰে কাষলৈ গৈ বিদায় ল'লে। নাট্য সম্ৰাট গিৰীশ চন্দ্ৰ ঘোষ তেতিয়া নৰীয়া পাটিত পৰি আছিল। তাতে গৈ তেওঁক দেখা কৰিলে। শয্যাতে নাট্য সম্ৰাটে তেওঁৰ "তপোবল" নাটকখনি লিখি আছিল।

"আপুনি অতি সোনকালে নাটখনি লিখি শেষ কৰক। মই দাৰ্জ্জিলিঙৰ পৰা ঘুৰি আহি যেন পঢ়িবলৈ পাওঁ"—এই বুলি উৎসাহ দি নিবেদিতাই বিদায় লৈ ওলাই আহিল।

# 'নাও ডুবিছে, মই কিন্তু সূৰ্য্যোদয় দেখা পাম।'

তুষাৰ ধৱলগিৰি শৃঙ্গৰে আবৃত্ত বঙ্গৰ দেশ দাৰ্জ্জিলিং। কেউফালে মনমোহা প্ৰাকৃতিক সৌন্দৰ্য্য। পৃকাৰ বক্ষত ফুৰিবলৈ যোৱা বহুতো বন্ধু-বান্ধৱীক নিবেদিতাই লগ পালে। কেইমাইলমান আঁতৰত থকা "সন্দকফু" পৰ্ব্বতৰ প্ৰাকৃতিক দৃশ্য অতি মনোৰম। এই পৰ্ব্বত বগাবলৈ নিবেদিতাই ইচ্ছা প্ৰকাশ কৰাত সকলো যা-যোগাৰ কৰা হ'ল। কিন্তু ইতিমধ্যে তেওঁৰ তেজগ্ৰহণী আৰম্ভ হ'ল। কলিকতাৰ বিখ্যাত চিকিৎসক ডক্টৰ নীলৰতন চৰকাৰে চিকিৎসা কৰিবলৈ ধৰিলে। জগদীশ চন্দ্ৰ আৰু অবলা বসুৱে আন্তৰিকতাৰে

সৈতে তেওঁৰ সেৱা শুশ্ৰূষা কৰিলে। কিন্তু নিবেদিতাই ভালকৈ বুজি পালে, তেওঁ আৰু বেছি কাল অপেক্ষা কৰিব নালাগিব। সাত অক্টোবৰ তাৰিখৰ দিনা তেওঁৰ উইল ৰচনা কৰিলে। ভাৰতৰ বিশেষকৈ স্ত্ৰীশিক্ষা আৰু কল্যাণৰ কাৰণে তেওঁৰ জীৱন জোৰা শ্ৰমেৰে উপাৰ্জ্জিত সকলোখিনি লিখি দিলে।

কাঞ্চনজঙ্ঘাৰ ফাললৈ চকু দি নিবেদিতা শুই আছিল। বিশ্বৰ মঙ্গলৰ কাৰণে ৰচনা কৰা বৌদ্ধ ধৰ্ম্মৰ প্ৰাৰ্থনা বাণীখিনি দাৰ্জ্জিলিঙত এবাৰ নিবেদিতাই ইংৰাজীলৈ অনুবাদ কৰিছিল। সেই প্ৰাৰ্থনাখিনি পাঠ কৰি শুনাবলৈ ক'লে।

"তৃণ তৰু লতা পশু পখি জীৱ জড় জগতৰ,
হওক শত্ৰুহীন, হওক বাধাহীন, বিশ্বচৰাচৰ।
শোক সন্তাপ কৰি জয়, হওক অশোক অভয়,
স্বাধীন স্বৰাট জীৱন পথত প্ৰতিজনে কৰক বিজয়।
আনন্দ ৰসত উটি বুৰি জুৰুলি জুপুৰি
মুক্তিৰ স্বাদ লৈ লৈ
যাওক আগবাঢ়ি
যাওক আগবাঢ়ি
পূৱে পশ্চিমে উত্তৰে দক্ষিণে জীৱ জড় জগতৰ
হওক শত্ৰুহীন, হওক বাধাহীন, বিশ্বচৰাচৰ।
শোক সন্তাপ কৰি জয় হওক অশোক অভয়,
স্বাধীন স্বৰাট জীৱন পথত প্ৰতিজনে কৰক বিজয়।
আনন্দৰসত উটি বুৰি জুৰুলি জুপুৰি,
মুক্তিৰ স্বাদ লৈ লৈ
যাওক আগবাঢ়ি
যাওক আগবাঢ়ি।

পাঠ শেষ হ'ল। নিবেদিতাৰ মুখমণ্ডলত এটি দিব্যজ্যোতি জিলিকি উঠিল। ওঁঠ দুটিত এটি মৃদু হাঁহি বিৰিঙিলে আৰু লগে লগে উচ্চাৰিত হ'ল—

"ওঁম্ অসতো মা সদ্ গময়
তমসো মা জ্যোতির্গময়"
মৃত্যুৰ্মা অমৃতং গময়।
আবিৰাবী ৰ্মা এধি।"

—"অসতৰ পৰা সতলৈ, অজ্ঞান এন্ধাৰৰ পৰা পোহৰলৈ মৃত্যুৰ পৰা আমাক অমৃতলৈ লৈ ব'লা। হে স্বপ্ৰকাশ পৰম ব্ৰহ্ম, আমাৰ কাষত জ্যোতিৰ্ম্ময় ৰূপেৰে আবিৰ্ভূত হোৱাঁ।"

১৯১১ চনৰ ১৩ অক্টোবৰ। সেইদিনা শুকুৰবাৰ। মেঘ আৰু কুঁৱলিৰে আকাশ, পৃথিৱী ঢাকি থৈছিল। পুৱাৰ লগে লগে হঠাৎ আকাশ ফৰকাল হৈ পৰিল। সূৰ্য্যৰ সোণালী কিৰণে পৃথিৱীখন আবৰি ধৰিলে। বৰফে আবৰি থোৱা হিমালয় শৃঙ্গবোৰ ব'দৰ পোহৰত চিকমিকাই উঠিল। অবলা বসু নিবেদিতাৰ শয্যাৰ কাষতে নীৰৱে বহি আছিল। কোঠাটিলৈ সূৰ্য্যৰ কিৰণ সোমাই আহিছিল। নিবেদিতাৰ মুখ মণ্ডল আনন্দৰ জ্যোতিৰে উদভাসিত হৈ উঠিল। অস্ফুট ধ্বনিৰে তেওঁৰ দুটি ওঁঠৰ পৰা উচ্চাৰিত হ'ল—

"নাও ডুবিছে, মই কিন্তু সূৰ্য্যোদয় দেখা পাম।"

এটি মৃদু কঁপনি তুলি তাঁৰ ডাল যেন ছিগি গ'ল। এটিৰ পাছত আনটিকৈ নামি অহা সুৰৰ ঢৌবোৰ স্তব্ধ হৈ ৰ'ল। তেতিয়া নিবেদিতাৰ বয়স আছিল ৪৪ বছৰ মাথোন। বিজুলি বেগেৰে এই শোকাবহ মৃত্যু বাতৰি গোটেই ভাৰতবৰ্ষতে বিয়পি পৰিলে। দলে দলে মানুহ "ৰায় ভিলা"লৈ আহি তেওঁক শেষ প্ৰণাম জনালেহি। বিয়লি দুটা বজাত শ্মশান যাত্ৰা আৰম্ভ হ'ল। সমদলৰ সন্মুখত আছিল—ড° জগদীশ চন্দ্ৰ বসু, অবলা বসু, ডঃ প্ৰফুল্ল চন্দ্ৰ ঘোষ, ড° নীলৰতন চৰকাৰ আদি বিখ্যাত লোক সকল।

হিন্দুৰ নীতি অনুসাৰে নিবেদিতাৰ মৃত শৰীৰ চিতাত তুলি দিয়া হ'ল। ব্ৰহ্মচাৰী গণেন্দ্ৰ নাথে মুখাগ্নি কৰিলে। আকাশ ছুৱা চিতা জুইত ভাৰতৰ চেনেহৰ ভনী নিবেদিতাৰ নশ্বৰ শৰীৰ চাই থাকোঁতেই ভস্মীভূত হ'ল। মৃত্যুৰ আগতে নিবেদিতাই প্ৰকাশ কৰিছিল তেওঁৰ নশ্বৰ শৰীৰটো যেন হিন্দু মতেই দাহ কৰা হয়।

"হৰিবোল", "হৰিবোল" ধ্বনিৰে আকাশ মাৰ্গ খলকি উঠিল।

আয়াৰ লেণ্ডৰ কন্যা ভনী নিবেদিতাই "ভাৰতবৰ্ষক তেওঁৰ সৰ্ব্বস্ব দি" আমাৰ মাজৰ পৰা বিদায় ল'লে।



# গ্রন্থ পঞ্জী

১) ভগিনী নিবেদিতা— ব্রহ্মচারী অরূপ চৈতন্য।
ব্রহ্মচারী স্বরূপানন্দ।
২) Bhaban Journal.
৩) নিবেদিতা লোকমাতা— শঙ্করী প্রসাদ বসু।
৪) আমাদের নিবেদিতা— শঙ্করী প্রসাদ বসু।

## *নিবেদিতার রচনাবলী*

৫) Notes on sonoe wanderings with the Swami Vivekananda.
৬) Kedarnath and Badrinarayan.
৭) Siva and Budha.
৮) The Master as I saw Him.
৯) Civic and National Ideals.
১০) The web of Indian life.
১১) Love and Death.
১২) Cradle Tales of Hinduism.
১৩) Foot falls of Indian History.
১৪) Kali the Mother.
১৫) Hints on National Education in India.
১৬) The Northern Tirtha ; a pilgrime's diary.
১৭) Selected Essays of sister Nivedita.

***১৯৪৬-৪৮ সন : স্বামী ব্রহ্মানন্দ আশ্রম লাইব্রেরী, ভুবনেশ্বর, আর রামকৃষ্ণ আশ্রম লাইব্রেরী, শ্রীহট্ট অধ্যয়ন করে।***